**DUAR** A Collection of Short-stories written by Sri Kumud Goswami, Published by M/s. University Book Services. Gauhati-14.

Price Rs. 4·00 Only



প্ৰকাশক : শ্ৰীগোপাল গোস্বামী ● ইউনিভাৰ্চিটি বুক চাৰ্ভিছ ● গুৱাহাটী-১৪

প্ৰথম প্ৰকাশ : চেপ্টেম্বৰ, ১৯৭৩ চন

বেটুপাত : শ্ৰীত্ৰৈলোক্য দত্ত



ছপা : বঙ্গবাণী প্ৰিন্টাৰ্ছ, কলিকতা-৬

মূল্য : চাৰি টকা মাত্ৰ

# সূচী



———

# দুৱাৰ

আকৌ এবাৰ সন্ত্ৰস্ত হৈ শুনিলে দময়ন্তীয়ে। কেৰেককৈ নলিনী থকা ঘৰটোৰ দুৱাৰখন যেন খোল খালে, এবাৰ বন্ধ হ'ল; আকৌ খোল খালে। সেই শব্দটোৱে নিজম ঘৰটোত বিৰাজমান সকলো নিস্তব্ধতা ভঙ্গ কৰি শেষত দময়ন্তীৰ কাণত পৰিলহি। বাহিৰত সেঙেলা জাৰ। গছৰ পাতৰ পৰা টপ্‌টপ্‌কৈ নিয়ৰৰ টোপালবোৰ সৰিছে। ধীৰে ধীৰে সেই শব্দবোৰ নিস্তব্ধতাৰ বুকুত মাৰ গৈছে। চকু দুটা এবাৰ জোৰকৈ মুদি দিলে দময়ন্তীয়ে, যেন সিঁচৰিত হৈ থকা আয়নাৰ টুকুৰাৰ ওপৰেদি তেওঁ বগুৱা বাই আগবাঢ়ি গৈছে। ছিঃ, কিযে দুশ্চিন্তাৰ মাজেদি পাৰ হৈ গৈছে দিনবোৰ, ৰাতিবোৰ! কাপোৰৰ পৰা ধুলি-মাকতি জোকাৰি পেলোৱাৰ দৰে দুহাতেৰে মুখখন মোহাৰি দময়ন্তীয়ে এইবাৰ শুবলৈ চেষ্টা কৰিলে। আকৌ সেই দুৱাৰ খোলাৰ আৰু বন্ধ হোৱাৰ শব্দ। দুৱাৰখন এবাৰ বন্ধ হৈছে; আকৌ যেন এবাৰ সম্পূৰ্ণৰূপে খোল খাইছে। কাপোৰৰ মাজতে দময়ন্তীৰ গাটো জিকাৰ খাই উঠিল।

এইবোৰ কথা ভাল নহয়। হওঁতে সামান্য যদিও দময়ন্তীয়ে তাক উলাই কৰিব নোৱাৰে; সামান্য বুলি উৰাই দিবও নোৱাৰে। দময়ন্তীয়ে বুজিলে, এয়া নলিনীৰ ঘৰটোৰ দুৱাৰ খোলাৰ শব্দ। তাই নিজেই খুলি দিছেহি হয়তো! ক্ৰমাৎ দময়ন্তীৰ চিন্তাৰ কুণ্ডলী বোৱাৰীয়েক নলিনীৰ চিন্তাই ধূসৰ কৰি আনিলে। নাভাবোঁ বুলিও বহু কথা তেওঁ ভাবি পেলালে। বৈ বৈ মাথোঁ এখন কোমল ঘূৰণীয়া মুখে তেওঁক বাৰে বাৰে আমনি কৰি থাকিল। ডিঙিলৈ উজাই অহা কাপোৰখনৰ আঁচলেৰে চকুৰ কোণ দুটা মচি দময়ন্তীয়ে ধুৰঁলি-কুৰঁলীকৈ দিগম্বৰৰ মুখখন মনত পেলালে। ওঁঠ দুটা সেমেকা বতাহত

কঁপা খাগৰিৰ দৰে এবাৰ জিকাৰ খাই উঠিল। পাকঘৰৰ গাতে লাগি থকা কৰ্দ্দৈজোপাৰ ডালত পৰি কিবা নিশাচৰ পখীয়ে পাখিবোৰ্ জোকাৰি দিলে। কেইদিনমানৰ পৰা এই একে সময়তে দময়ন্তীয়ে সাৰ পাই আহিছে। তেওঁ জানে, অলপ পাচতে চৰাই-টোৱে এটা বিকট চিঞৰ মাৰিব ; তাৰ পাচত আন এডাল গছলৈ পাখি কোবাই গুচি যাব। দময়ন্তীয়ে বাগৰ সলালে।

বিন্দুগুৰিৰ সাতোলাৰ জীয়েকক বোৱাৰী কৰি আনি দময়ন্তীয়ে অৱশ্যে প্ৰথমেই ভাবিছিল এটা বিপদ চাপিলহি বুলি। তাতে নলিনীৰ ৰূপৰ তুলনা দিবলৈ কোনো নাই এই মুলুকত। বিয়াৰ পিছদিনা ৰভাতলীত পাতল ওৰণিখনৰ ফাঁকেৰে কইনালৈ জুমি-জুমি চাই দময়ন্তীহঁতৰ গোটেইখন গাঁও যেন উৎফুল্ল হৈ উঠিছিল। কাৰো মুখ, কাৰো চকু ক্ৰমে বহল হৈ গৈছিল নলিনীক দেখি। খেনোৱে মিচিকৈকৈ হাঁহিছিল, খেনোৱে মুখৰ ভিতৰতে তুই-এক মন্তব্য কৰিছিল। বাঁহৰ খৰাহিত পালেংশাক কেইডাল লৈ ৰাজহুৱা পকী নাদৰ পাৰত গাঁৱৰ বুঢ়ীবোৰে কোৱাকুই কৰিছিল, "দময়ন্তীৰ কপাল ভাল দেও। নেদেখিছা, একেবাৰে সাইলাখ গোঁসানী।" কইনা চাবলৈ যোৱাই যোৱাই অহা মানুহবোৰক বিদায় দি উঠি অলপ শোওঁ বুলি বিছনাত পৰোঁতে দময়ন্তীয়েও শুনিছিল—পথাৰত গৰখীয়াবোৰে সুহুৰিয়াই সুহুৰিয়াই বনগীতৰ কলি আওৰাইছে। সেই গীতৰ সুৰ দময়ন্তীহঁতৰ কলতলে-বাঁহতলে ভাঁহি ফুৰিছিল। মোহনৰ চাহদোকানৰ তাচৰ আড্ডাত হঠাতে আৰম্ভ হৈছিল এক বিশৃঙ্খল কথোপকথন। মুঠতে নলিনী অহাৰ লগে লগে গোটেইখন নাহৰভেঁটি গাঁও উৎফুল্ল হৈ উঠিছিল।

সেই দিনবোৰৰ প্ৰতিটো মুহূৰ্ত্ত আজিও দময়ন্তীৰ মনত সজীৱ হৈ আছে। অজ্ঞাতসাৰে বাগৰি অহা চকুপানীখিনি সোঁহাতেৰে চুই চাই দময়ন্তীয়ে দিগম্বৰলৈ আকৌ মনত পেলালে। বিয়াৰ দুবছৰ পাছতে গছৰপৰা পৰি দিগম্বৰৰ মৃত্যু হয়। প্ৰকাণ্ড দুটা ঘৰত



দুজনী মাথোন মানুহ—দময়ন্তী আৰু নলিনী। দিন-দুপৰতে ঘৰখন মৰিশালি যেন হৈ থাকে।

হঠাতে যে কিবোৰ হৈ গ'ল ! কিছুদিনৰ পৰা অৱশ্যে দময়ন্তীয়ে নিজেই লক্ষ্য কৰিছে, নলিনী মানুহজনী যেন আগতকৈ অলপ ৰঙিয়াল হৈছে। হ'লেও সেই কথা লৈ বেয়া পাবলগীয়া অৱশ্যে দময়ন্তীৰ একো নাই ; বৰং ভালেই লাগিব লাগে—ঘৰ-চোতালো অলপ পোহৰ হৈ থাকে। কিন্তু ! সেইবুলি ওচৰ-চুবুৰীয়াবোৰতো আছে। সিহঁতেই বা ভাবিব কি ? হাজাৰ হওক, বয়স থাকিলেও নলিনীৰ গিৰিয়েক নাই। তাতে তাই দেখিবলৈ ভাল। কথাবোৰ যিমানে ভাবি গ'ল সিমানে দময়ন্তীয়ে এক ভীষণ যন্ত্ৰণাৰ দংশন অনুভৱ কৰিলে শৰীৰৰ প্ৰতি অঙ্গতে। এইবোৰ নিশ্চয় ভাললৈ হোৱা নাই। ইয়াৰ পাচত হয়তো এঘৰ-দুঘৰকৈ ওচৰ-চুবুৰীয়া সকলোৱে জানিব—নলিনীৰ চৰিত্ৰ বেয়া, সকলোৱে গম পাব—নলিনীৰ গুৰিলৈ কোনোৱা আহে ; আৰু কি ঠিক ! হয়তো তায়ো মনে মনে কাৰোবাৰ গুৰিলৈ যায়। এসময়ত হয়তো গোটেইখন নাহৰভেঁটি গাঁও নলিনীৰ কথাৰেই বিযাক্ত হৈ পৰিব। অকস্মাতে দময়ন্তীয়ে হুকুহুকুকৈ কান্দি দিলে।

বাহিৰত জিৰ্ জিৰ্ কৈ বোৱা বতাহচাটিৰ লগে লগে আকৌ সেই কৰ্কশ শব্দটো ওপঙি আহিল—জোৰকৈ জপালে দময়ন্তীয়ে শুনিব বুলি নলিনীয়ে সন্তৰ্পণে দুৱাৰখন জপাই থলে। নলিনীয়ে ফাঁকি দিছে দময়ন্তীক, দিগম্বৰক আৰু দিগম্বৰৰ স্বৰ্গগত আত্মাক। কথাবোৰ ভাবি ভাবি এটা সময়ত দময়ন্তী বিছনাৰ পৰা উঠি আহিল। একে-বাৰে শিল যেন চেঁচা হৈ আছে মজিয়াখন। পাকঘৰৰ ফালে আগুৱাই যাওঁতেহে গৰম গৰম ভাব এটা আহিল। আখলৰ চৌকাত এতিয়াও দুই-এটা অঙঠা ধোঁৱাই আছে। সন্ধিয়া জুইকুৰা জ্বলাওঁতে কম কষ্ট হৈছিলনে নলিনীৰ। এনেয়ে আঁহত খৰি, তাতে আজিকালি নিয়ৰত সেমেকি থাকে। এবাৰ হঠাতে তেওঁ ভাবিলে—শব্দ কেইটা কিজানি ঘৰতেই হ'ল ! পিছে, নাই সব ঠিকেই আছে। ইয়ালৈতো

মেকুৰী নাহেই—নিৰামুহি মানুহৰ পাকঘৰ। গতিকে, ঠিক নলিনীৰ ঘৰতেই হয়! তাতে আজি কেইবাদিনো ধৰি তেওঁ স্পষ্টকৈ শুনিছে সেই একেই শব্দ—দুৱাৰ খোলাৰ শব্দ। দুৱাৰ মৰাৰ শব্দ। খুন্দনাৰ তলিত লাগি থকা তামোল একণ জিভাখনত ঘঁহি দি দময়ন্তীয়ে বেৰৰ ফাঁকেৰে বাহিৰলৈ ভুমুকিয়াই চালে। নাই, একো নেদেখি। জোনাক আছে যদিও কুৱঁলীয়ে চাৰি দিশ ঢাকি ধৰিছে। নলিনীৰ ঘৰৰ দুৱাৰ মুখতেইনে—হয়, ঠিক দুৱাৰ মুখতেই বগা কিবা এটা গৈছে। মাজে মাজে বস্তুটো অলপ লৰিছেও। দময়ন্তীৰ দৃষ্টি পাকখাই ঘূৰি ঘূৰি ধূপৰ ধোঁৱাৰ দৰে দূৰত গৈ হেৰাই গ'ল। গাখীৰ খাবলৈ চচপেনৰ ঢাকনী গুচোৱা মেকুৰীৰ দৰে সতৰ্ক হৈ তেওঁ পাকঘৰৰ পৰা ওলাই আহিল। দময়ন্তীৰ ভাব হ'ল—এইখন ঘৰ যেন এখন পৰিত্যক্ত কবৰ স্থান। চকু দুটা তেওঁৰ এতিয়াও বিষাই আছে। এই কেইদিনতো টোপনি হোৱাই নাই। কি যে হৈ গ'ল! কিয় নলিনীয়ে ইমান সোনকালে দিগম্বৰৰ কথা পাহৰি গ'ল? দময়ন্তীৰ গাৰ তেজ যেন মূৰলৈ উঠি আহিল। দুৱাৰখন মেলি পিৰালিত খোজ দিওতেইতেওঁৰ আঠু দুটা এবাৰ কঁপি উঠিল নতুনকৈ গছত উঠা মানুহৰ দৰে। ইমান ঠাণ্ডা সহ্য কৰিব পৰা বয়স দময়ন্তীৰ এতিয়া নাই। ইফালে সিফালে চাই আৰু অলপ আগুৱাই একেবাৰে নলিনীৰ ঘৰটোৰ দুৱাৰ মুখত থিয় হ'লগৈ তেওঁ। বাটৰ ফালে ৰখা সৰু খিৰিকীখনেৰে ভিতৰৰ পৰা এচমকা পোহৰ আহি নঙলা মুখত পৰিছে। তাৰে এচমকা গৈ বাৰীৰ পিচফালে তামোল জোপাৰ আগত টোকোৰাৰ বাঁহৰ দৰে ওলমি আছে। খিৰিকীখনৰ সমুখলৈ গৈও দময়ন্তী পুনৰ উভতি আহিল—এটা অস্বাভাৱিক সঙ্কোচে তেওঁৰ দেহ-মন আগুৰি ধৰিলে। বাৰে বাৰে চেষ্টা কৰিও তেওঁ প্ৰকৃতিস্থ হব পৰা নাই। কাপোৰ মেলি দিয়া তাঁৰডালত তিতা গামোচাখন এতিয়াও লৰি আছে। চোতালৰ বনবোৰৰ মাজে মাজে গাখীৰৰ দৰে বগা জোনৰ পোহৰবোৰ জিলমিলাই উঠিছে। দময়ন্তীয়ে



এনেয়ে এবাৰ সোঁভৰিৰে বনবোৰ গছকি দিলে। ৰূপালী নিয়ৰবোৰ চিটিকি পৰিল অ'ত ত'ত। তেওঁৰ গাটোও এবাৰ শিয়ৰি উঠিল। বোৱাৰী হ'ল বুলিয়েই দময়ন্তীয়ে নলিনীক বিশ্বাস কৰিব নোৱাৰে—লোকৰ ছোৱালী, ইহঁতৰ সজাত নাই। এইখন ঘৰ তাইৰ নিজৰ বুলি উপলব্ধি কৰাৰ আগতেই যিহেতু দিগম্বৰৰ মৃত্যু হ'ল—দময়ন্তীৰ মান-সন্মানৰ কথা তাই ভাবিব কিয়? এইখন ঘৰ বদনামৰ জুয়ে পুৰি ছাঁই কৰি দিলেও তাইৰ লোকচান নাই। দিগম্বৰ থকা হ'লেতো আজি ইমানখিনি হবলৈ নাপায়!

লাহে লাহে তেওঁ গামোচাখনৰ কাষলৈ গ'ল। লাহেকৈ মুখখন আৰু চকুৰ কোণ দুটা মোহাৰি দময়ন্তীয়ে সৰুকৈ নলিনীক মাতিলে, "নলিনী!" নামটোৰ আখৰ তিনটা দ' পানীত পেলাই দিয়া শিলগুটিৰ দৰে লাহে লাহে বহি গ'ল। নলিনীৰ ঘৰৰ দুৱাৰখন বন্ধহৈ আছে তেতিয়াও। ঘৰৰ ভিতৰত কোনোবাই লৰচৰ কৰাৰ দৰে বাহিৰৰ পোহৰখিনি এবাৰ হঠাতে অদৃশ্য হ'ল; আকৌ ওলাল আগৰ দৰে। বুজিবলৈ একো বাকী নৰ'ল দময়ন্তীৰ। মুখৰ ভিতৰতে কিবাকিবি ভোৰভোৰাই তেওঁ আকৌ মাতিলে—এবাৰ নহয়, দুবাৰ। তেওঁৰ নাকৰ আগটো ঘামি গ'ল।

"কোন?" ভিতৰৰ পৰা কাৰোবাৰ চেপা মাত এটা তেওঁৰ কাণত পৰিলহি। দময়ন্তীয়ে ঠিক ঠাৱৰ কৰিব নোৱাৰিলে—কাৰ মাত! হব পাৰে, নলিনীৰো হব পাৰে।

"দুৱাৰ খোল।" দময়ন্তীৰ চিঞৰটোৱে দুৱাৰখনত প্ৰচণ্ড জোৰে গোৰ এটা মাৰি দিলে।

ৰাতিৰ নিস্তব্ধতাখিনি আৰু ঘন হৈ পৰিছিল। খঙত একো নাই হৈ দময়ন্তীয়ে এবাৰ দীঘলকৈ উশাহ ললে। ওচৰ-চুবুৰীয়া সকলোবোৰ শুই নিঃপালি দিছে। ৰাতি পুৱালেই সিহঁতে দময়ন্তীক আহি ইতিকিং কৰিব; আৰু কোনো দিনে চুৱাপাতনিতো কাউৰী এটা নপৰা এইখন ঘৰৰ বদনাম ৰটিব! মদনহঁতৰ কামিনীকুসুম ডালৰপৰা

অহা তীব্ৰ গন্ধ এটাই তেওঁৰ মুখখন ভতুৱা কুকুৰ এটাৰ দৰে চেলেকি গ'লহি। ইমান উগ্ৰ গোন্ধ দময়ন্তীৰ ভাল নালাগে।

নাচাওঁ বুলি ভাবিও মূৰ তুলি চাই দময়ন্তীয়ে সমুখত দেখিলে সোঁহাতত কেৰাচিন তেলৰ চাকিটো লৈ নলিনী থিয় হৈ আছে; আৰু চকুৰ পানীখিনি আঁচলেৰে মচি নলিনীয়ে দেখিলে তাইৰ হাতত থকা চাকিগছ দুভাগ হৈ লিক্‌লিকাই আছে শাহুৱেক দময়ন্তীৰ দুয়োটা চকুৰ মণিত।

"মা!" দময়ন্তীয়ে নলিনীৰ ভৰিৰপৰা মূৰলৈকে এবাৰ চালে; আৰু লগে লগে নলিনীয়ে অনুভৱ কৰিলে তাই যেন গোটেই মানুহজনী উদং হৈ থিয় দি আছে দময়ন্তীৰ আগত।

"আপুনি—আপুনি ইয়ালৈ?" নলিনীয়ে চাকিগছ বাওঁহাতে ললে।

"ওঁ। কোন আহিছিল এতিয়া?" নলিনীৰ চকু দুটা বহল হৈ গ'ল।

"তই, তই গৈছিলি ক'লৈ?"

"মা!" নলিনীয়ে হোঁহোঁৱাই কান্দি দিলে; আৰু দময়ন্তীৰ চকুদুটা তগবগীয়া হৈ উঠিল।

"তেনেহ'লে দুৱাৰখন কোনে মেলিছিল? ক, কোনে সদায় দুৱাৰ খোলেহি!" পৰম বিস্ময়ত দুয়ো একেলগে চাই পঠিয়ালে দুৱাৰখনৰ ফালে। বাঁহৰ দুৱাৰ। বিয়াৰ আগতেই বন্ধা। বহুত পুৰণি।

এচাটি বতাহে দুয়োকো এবাৰ কোবাই গ'লহি; আৰু লগেলগে নলিনীৰ ঘৰটোৰ বন্ধ দুৱাৰখন এবাৰ পিচুৱাই গ'ল—কেৰেকৃকৈ; আকৌ আগুৱাই আহিল সেই একে শব্দ কৰি। দুৱাৰখনৰ প্ৰায়বোৰ গাঁঠি ছিগি গৈছে।

"মা!" নলিনীয়ে গভীৰ নিৰ্জনতাখিনি ভাঙি ক'লে, "আজিৰ পৰা মই আপোনাৰ ঘৰটোত শুম। ইয়াত ভয় লাগে, মা।"

———



## দুঃসময়

সম্পূৰ্ণ অলসভাৱে চকীখনত বহি ডাক্তৰ হৰমোহন চক্ৰৱৰ্ত্তীয়ে চুৰটৰ ধোঁৱাখিনি ওপৰলৈ এৰি দিলে। ঘূৰি ঘূৰি পাকখাই ধোঁৱাখিনি এসময়ত অদৃশ্য হ'ল—চেলিচাইলিক্, টিনচাৰ আয়োডিন, কফ মিক্সাৰ, আয়োডেক্স, ডেটলৰ মাজত। খিৰিকীৰে দেখা পোৱা বাটটো নিঃপালি দি শুই আছে। দুপৰীয়া সময়। বাটৰ আলকাতৰা শৰীৰৰ মঙহ সমানে গলিছে। অসহ্য যন্ত্ৰণা। অলপ পিছতে এইকালে মানুহে লানি ধৰিব। কত কিমান কথা সিহঁতৰ। শুনি শুনি মূৰ বিষাই যায় ডাক্তৰৰ।

এই মানুহবোৰ, গৰু-ছাগলী; কি আচৰিত! ধান, চাউল; চেনিৰ কিলো সাত টকা—অথচ কিনিছে, খাইছে; অদ্ভুত! যোৱা-বাৰ লাউড্‌স্পীকাৰ নাছিল, এইবাৰ হ'ল দুৰ্গাপূজাত। দেখাদেখি উন্নতি।

জাতিৰাম গাঁওবুঢ়াৰ বৰপুতেককে ধৰি অভয় ঠিকাদাৰৰ মাজুজনী জীয়েক ইত্যাদিয়ে কলেজতো পঢ়িছে। বায়'লজী, কেমিষ্ট্ৰি, ফিজিক্স—নিউটনৰ তৃতীয় সূত্ৰ—ঘোঁৰাই গাড়ীখন টানিলে, গাড়ীয়েও টানিলে ঘোঁৰাক; তথাপি গাড়ী চলে। গ্ৰাহগ্ৰস্ত গজেন্দ্ৰ—হস্তীয়ে গ্ৰাহক আজুৰি টানে, গ্ৰাহে গজেন্দ্ৰক আজুৰি টানে। আইকণৰ মগজু স্থিৰ হৈ ৰয়—তন্তাইলন্ত ৰথ! বিপৰীত কাণ্ড। হেৰা, এইবোৰ তুমি পঢ়িলা, মুখস্থ কৰিলা, বিশেষ অসুবিধা নহলে গিলি হজমো কৰি থলা। কি কামত আহিল? তোমাৰ গাঁৱত তৃতীয়মানলৈ পঢ়া ৰোহিণী দত্তই সৰ্বেসৰ্বা—পঞ্চায়তৰ সভাপতি। আটা দিওঁ বুলিলে দিলেই আধা মোন, এমোন; নিদিওঁ বুলিলে আটা তোমাৰ বাবে ঔষধ। ইচ্ছা কৰিলে গাঁৱৰ সমূহীয়া দমকলটো আনি ৰুদ্ৰ কটকীৰ

দৰে বা সৰ্ব্বেশ্বৰ পণ্ডিতৰ দৰে ঘৰৰ পিছফালে একেবাৰে শাকনিৰ মাজত বহুৱাই লব পাৰা।

লোকপিয়ল মতে জনসংখ্যা পঞ্চল্লিশ কোটিৰ অলপহে কম-বেছ; ৰেচন-কাৰ্ডত মাত্ৰ নব্বৈ কোটি—ভুল ক'ত লাগিল? জহান্নামে যাওক তোমাৰ ষ্টেটিষ্টিক্স।

মাত্ৰ পাঁচশ গ্ৰাম চাউলেৰে এসপ্তাহ, এজন মানুহে—ই কি সম্ভৱ? তাতোকৈ তুমি মানুহৰ কথা নাভাবিবাই। কোনে এই অধিকাৰ দিছে তোমাক? উপবাস? মাহেকত এদিন উপবাস; স্বাস্থ্যৰ বাবে মঙ্গলজনক। অলপ ওলোটাই দিয়া—মাহেকত এদিন আহাৰ; স্বাস্থ্যৰ বাবে নহয়; এইবোৰ টপ্ চিক্ৰেট।

হাঁহি আৰু খেলি থকা ল'ৰা-ছোৱালীক সকলোৱে ভাল পায়। সেইবুলি ফেমিলি প্লেনিং? কিবোৰ বলকিছা তুমি? তোমাৰ ল'ৰা-ছোৱালীৰ সংখ্যা ছয়। মোৰ এটিও নাই। ছয়ে শূন্যই যোগ কৰি দুই দি আধা লোৱা; গাইপতি তিনিটা। সেইবুলি তুমি তিনিটাতে বন্ধ কৰিবা নেকি আমদানি? কি অসুবিধা হ'ব ভাবি চাইছানে? সামান্য অঙ্কটোকে কৰিব নোৱাৰিলা। মই কৈছোঁ, আমাক ল'ৰা-ছোৱালী লাগে—এটা নহয়, দুটা নহয়, অসংখ্য অগণন ল'ৰা-ছোৱালী লাগে। অসমীয়া ধোবা লাগে, নাপিত লাগে, কুলী লাগে, অসমীয়া ৰিক্সাৱালা লাগে। মুঠতে অসমীয়া মোহৰ এটা গাত লগাই তুমি ওলাই আহা। চৰকাৰে নললেও তোমাৰ যত্ন লাইন-বাছে লব, চিটি-বাছে লব—বাহিৰত হাত-মুখ দুলিয়াব! ভবি উলিওৱাৰতো প্ৰশ্নই নুঠে।

ডাক্তৰেতো নিজেও ভাবি নাপায়—যাদব পেস্কাৰৰ সেই ফৰিং যেন তিৰোতাজনীয়ে কেনেকৈ বছৰেকত একোটাকৈ ক, খ, গ ঘৰ জন্ম দিয়ে। ইফালে মিহিভকতৰ দুজনীকৈ তিৰোতা—মাখুন্দী হাতী যেন। অথচ, আজি বোলে কামাখ্যাত ক'লা পঠা এটা, কাইলৈ বোলে নবগ্ৰহত পদুমফুল এশ (দুশ হ'লে এটকা দিব



লাগিব বামুণক)। পেস্কাৰে বাতৰি-কাকত মেৰিয়াই কণ্ট্ৰাচেপ্টিভ পিল কেইটামান লৈ যোৱাৰ পিছমুহূৰ্ত্ততে ওলালহি মিহিভকত। কথাটো তুমিও জানা, ময়ো জানো। সেইবুলি যদি ব্যক্ত কৰি দিয়া, বিপদ। দুয়োজনীয়ে ভকতক এৰি গুচি যাব। মৰিবৰ সময়ত পানী এটুপি যাচিবলৈকো কোনো নাথাকিব কাষত।

তাৰ আগতে কাৰ্ডত পৰিয়ালৰ দুই বিয়োগ। অৰ্থাৎ, দুই পূৰণ পাঁচশ, মুঠতে এককিলো চাউল। বুজি পাইছানে অঙ্কটো এইবাৰ? —খুব ঠাণ্ডা পৰিছে নহয়? থাৰ্মোডিনামিক্স কেনে পালা পঢ়ি? শীত হ'লে অন্ত আহিব বসন্ত। তাৰ পিছত গৰম—তেতিয়াতো তুমি একেবাৰে বেক্ টু নেচাৰ। এতিয়া? হেৰা, তোমাক একদম এস্কিমোটোৰ দৰে দেখা গৈছে। থহাই পেলোৱা সেইবোৰ। তাতোকৈ দুদিন লঘোন দিয়া। পেটত জুই জ্বলিব। বহুত গৰম পাবা।

কি ক'লা? ভন্টিয়ে টেবিউলৰ কোট লৈছে? আচৰিত! তুমিও মহামূৰ্খ। তোমাৰ দেউতাও; সম্ভৱ তোমাৰ চৈধ্যপুৰুষ মহামূৰ্খ আছিল; সেয়েহে এই মাষ্টৰী চাকৰি যুগে যুগে। নহ'লে, ইমান চান্স গ'ল—ৱৰ টাইম, চীন-ভাৰত যুদ্ধ, পাকিস্তানৰ যুদ্ধ; অৱশেষত এই ব্লেক-মাৰ্কেট কণ্ট্ৰোলৰ সোণালী সুযোগ। তথাপি তোমাৰ দেউতাই মাধুৰীক বিয়া দিয়া আৰু বৰঘৰটোৰ বাৰান্দাত টিনপাতখিনি লগোৱাত বাহিৰে আন একোৱেই কৰিব নোৱাৰিলে। বুৰঞ্জী অলপ অচৰপ মনত আছেনে? চেৰছাহৰ কথা? নেদেখিছা, পাঁচ বছৰতে কিমান কৰি থৈ গ'ল। আজিকালি একোজন এম-এল-এৰ কাৰ্য্যকালৰ সমান।

ডাক্তৰৰ এজন পুৰণি বন্ধু এতিয়া যান-বাহনৰ মন্ত্ৰী। আন এজন কাপোৰৰ দোকানী। কেন্সাৰ হৈছে হেনো। ভেলোৰত আছেগৈ। কোনে কৈছে? অসম্ভৱ কথা। চিগাৰেটৰপৰা কেন্সাৰ হবই নোৱাৰে। সোণালী ভাৰ্জিনিয়া ধঁপাত। থাকিব পাৰে নিকোটিন এচিড। মাছ এটা অৱশ্যে অনায়াসে মাৰিব পাৰে এই

বিহে। সেইবুলি মাছ আৰু মানুহ একে বুলি ভাবিছা নেকি তুমি ?

কি মনত পৰিছে ? মৎস্যৰূপে অৱতাৰ—।

সব মিছা কথা।

ডায়েবেটিচ কিন্তু বৰ একাচেকা বেমাৰ। খুব এৰিষ্টোক্রেটিক। এই বেমাৰত যিমান দিনলৈ ভুগি থাকা, বুজিবা সিমান দিনলৈ তোমাৰ এৰিষ্টোক্রেচিও বজাই আছে—ঘৰত, পৰত, সমাজত, ঔষধৰ বটলত– সকলোতে।

ডাক্তৰৰ অনুমানেই সঁচা। বাটেৰে কোনোবা এজন আহিব ধৰিছে। চুৰটৰ অৱশিষ্টখিনি খিৰিকীৰে পেলাই দি তেওঁ আনথন খিৰিকীলৈ চাই পঠিয়ালে।

এইখন ঠাইলৈ আহিবৰ বেছিদিন হোৱা নাই ডাক্তৰৰ—অনুমান, আঢ়ৈ মাহমান হ'ল। কিন্তু এই কেইদিনতে বেছ চিনিছে ইয়াৰ মানুহবোৰক।

খিৰিকীৰে দেখা পোৱা সৌখন মুছলমান গাঁও। সেইবোৰোযে মানুহ। কেৱল কাজিয়া, কাজিয়া। দিনটোৰ চৌবিশ ঘণ্টাই কাজিয়া কৰে সিহঁতে। কাজিয়াৰ বিষয়ো সেই একেটাই। মাটি। তাৰ আনুষঙ্গিক টকা।

আফতাবে বুঢ়ী মাকৰ বেমাৰত বিলৰ পাৰৰ দ' মাটিখিনি বন্ধকত থৈছিল হাচানৰ তাত। সময়ত বুঢ়ীও নাবাচিল আৰু হাচানো মৰিল মটৰ দুৰ্ঘটনাত। গতিকে মাটিৰ মালিক হ'ল হাচানৰ তোলনীয়া পুতেক কিয়ামত। এতিয়া টকা অলপ জমা কৰি বুঢ়া আফতাবে মাটিখিনি বিচাৰিলে। কিয়ামতে নিদিয়ে। নিদিয়ে বুলিছে নিদিয়ে; মোকৰ্দ্দমা কৰিলেও বোলে নিদিয়ে। ম্যাদ উকলি যোৱাত হেনো যোৱা ঈদৰ সময়তে মাটি বাজেয়াপ্ত হৈছে। তাৰ উপৰিও সেই বাটলুগুটীয়া কিয়ামতটোৰ আকৌ যিহে কথা! গতিকে লাগিল দুয়োৰো মাজপথাৰতে—হতাহতিৰ পৰা একেবাৰে ঘপিয়াঘপি।



আফতাবে আকৌ ক'ত পাৰে তাক। বুঢ়া মানুহ। ফলত তলপেটত বেয়াকৈ জখম হ'ল আফতাবৰ। জীয়েক হালিদা লৰি আহিল ডাক্তৰৰ ওচৰলৈ। পিছে, তাই গৈ ঘৰ নৌপাওঁতেই বুঢ়া ঢলি পৰিছিল।

পিছৰ ঘটনাটোও প্ৰায় একেই। ৰমজানে মাটি ছুবিঘামান বেচিম বুলি ৰচুলৰ পৰা আগতীয়াকৈ ছশ টকা লৈছিল। আজি ডেৰ বছৰে মাটিতো বেচা নায়েই, ৰচুলৰ পইচাখিনিও পৰিশোধ কৰা নাই। সেই লৈ ৰমজানৰ ঘৰলৈ ৰচুলৰ সদায় আহযাহ। সময় নাই, অসময় নাই। ৰচুলৰ বয়স আছে। সেই সুবিধাতে ৰচুলে চুৰেয়াৰ লগত কেলেঙ্কাৰী এটা কৰিলে। ৰমজান আৰু ফাতেমাই জীয়েকৰ এই কথাৰ গম নাপায়, যেতিয়ালৈকে বৰপুতেকে ৰচুলক মটৰৰ হেণ্ডেলেৰে মূৰ ফলা নাছিল। তেজেৰে লুতুৰি-পুতুৰি হৈ ৰচুল দৌৰি আহিছিল ডাক্তৰৰ ওচৰলৈ। তাৰ পিছত তাৰ মূৰত এটা দীঘল সিয়নি আৰু কেইটোপমান এন্টিচেপ্‌টিক দাৱাই। ইমানেই।

গাঁওখন ৰিণিকি ৰিণিকি দেখা গৈছে। বিলৰ পাৰত গা ৰ'দাই থকা কাছৰ দৰে কলপাতবোৰো প্ৰখৰ ৰ'দত চিকমিকাই উঠিছে। এবাৰ চকুদুটা মুদি দি ডাক্তৰে অনুমান কৰিলে, গোটেইখন গাঁৱৰে জুপুৰীবোৰত যেন দপদপকৈ জুই জ্বলিছে; আৰু মানুহবোৰ চাৰিওফালে পলাই ফাট মাৰিছে। কেইজনমান যেন তেওঁৰ ওচৰলৈকে দৌৰি আহিছে—খুব চিঞৰিয়াচ।

এজন আফতাব। বুঢ়া।

আনজনী ৰেহানা। বদনামী। পেটত পোৱালি তাইৰ।

বিৰাট হুলস্থূল।

ফায়াৰ ব্ৰিগেড, পুলিচ, ডাক্তৰ, ভলন্টিয়াৰ!

ক'তো এটুপিও পানী নাই।

খাল, বিল, হোলা, ডোবা, সব শুকাই গৈছে। ওহো, সব বৃথা

চেষ্টা। বার্ণল, এনভিল একো নহব এইবোৰেৰে। সাংঘাতিক জখম ?

ছেঃ !

ডাক্তৰে অন্য এটা চুৰুট জ্বলাই ললে।

মহিম ভট্টৰো ইয়ালৈ আহি নাকনি-কাননি হৈছে। মাটিৰ হাকিমৰ যে ইমান কাম ভট্টই এতিয়াহে বুজিছে। ডুমডুমাতে অলপ শান্তি পাইছিল তেওঁ। এই দুমাহতে মানুহজনৰ ওজন পূৰা এক পাউণ্ড কমি গৈছে। ভাগ্যে যেনিবা ঘৈণীয়েকক অনা নাই এতিয়াও।

ডাক্তৰৰ কোৱাৰ্টাৰটো বেছি দূৰত নহয়—ইখন, অৰ্থাৎ তৃতীয়খন খিৰিকীৰে বেছ সুন্দৰকৈ দেখা যায় ; ঠিক যেন এটা ডাঙৰ জুইবাহ ! ডাক্তৰণী অৰ্থাৎ ননীমা এতিয়ামানে কিজানি শুই পৰিছে। কি কৰিব ঘৰখনত অকলে অকলে। আজি দুবছৰেই হ'ল দীপক বাৰ্মিংহামত আছেগৈ। মাকলৈ অৱশ্যে চিঠি দিয়ে ঘন-ঘনকৈ। কিন্তু দিলে কি হ'ব ? সেইবোৰ ননীমাই ভাল নাপায়। সিহঁতেও গৈ সেইবোৰহে দেখে তাত। প্ৰত্যেক কথাতে এটা পাৰ্থক্য বাৰ্মিংহাম আৰু অসমৰ মাজত। শিক্ষা-দীক্ষা, খোৱা-লোৱা, ফুৰা-চকা সকলোতে। সেই-বাবে বৰ বিৰক্তি ননীমাৰ।

দিলীপৰ পৰাও সেই একেই চিঠি। সি ডেৰাডুনত পঢ়িছেগৈ সামৰিক স্কুলত। কথাই কথাই হামিদ, তাৰাপুৰৰ কাহিনী, গোৱাৰ যুদ্ধত আমাৰ জেনেৰেলৰ কৃতকাৰ্য্যতা ইত্যাদি। ডেৰাডুন সামৰিক স্কুলৰ কাষতে থকা কিবা এজোপা গছৰ ডাল-পাত কাটিলে হেনো ৰঙা ৰঙা এবিধ এঠা ওলায়। সি কয়, সেইবোৰ তেজ। ঠিক মানুহৰ তেজৰ দৰে ৰং আৰু গন্ধ।

ডাক্তৰৰতো দিন-ৰাতি এইবোৰেই খেলা। অসহ্য ! এই মানুহ-জনী বাৰু ঘৰখনত থাকে কেনেকৈ অকলে ? সেইদিনা ভট্টৰ ঘৈণীয়েকে এনেয়ে কোৱা নাছিল—ডাক্তৰ মানুহতো ! ৰোগীৰ লগতে মিলা মিছা ; নিৰোগীৰ খবৰতো নাপায়।



ভন্টিৰ পৰাও সপ্তাহত দুখনকৈ চিঠি আহে। তাই গুৱাহাটীৰ কলেজত পঢ়ে। গতিকে ব্লাউজ, চাদৰ, টেৰিলিন, টেৰিউল ; মণিকাই সপ্তাহত বহুত কাপোৰ সলায়। ৰাণীৰো সপ্তাহত সাতযোৰ কাপোৰ, সকলোৰে কাপোৰ আছে বহুত বহুত, আৰু এটা নতুন ডিজাইন ওলাইছে ; মোহন কুমাৰৰ আমন আহিছে ; সেই ইংৰাজীৰ প্ৰফেছৰজন—নতুনকৈ আহিছে যে—ইমান ধুনীয়া বুজায় ! একদম যেন বাইৰণ নামি আহিছে ক'ৰবাৰ পৰা। ওথেলো, ডেচডিমোনা—ধেৎ, মাত্ৰ এখন ৰুমালৰ বাবে ইমান অথন্তৰ ! ল'ৰাবোৰো যে আৰু, ইমান দুষ্ট ! নাহাঁহি নোৱাৰি মা ! কলেজ বন্ধ থাকিব পোন্ধৰ দিন। ঘৰলৈ কিন্তু যোৱা নহ'ব। পঢ়িব লাগে খুব। টাৰ্মিনেল হৈ গ'ল। দিব নোৱাৰিলোঁ। ডিভিডেটো খুব বিষাই থাকে। টনচিলাইটিচ আকৌ হ'ল যেন পাওঁ। কি হৈছে জানো, ক্লাচত একদম মন নবহে।

গতিকে মূৰৰ বিষ ননীমাৰ নহৈ কাৰ হ'ব ? আৰু, এই ৰেডি-অ'টোও !

কিবা এটা দুশ্চিন্তাই ডাক্তৰৰ মনটো আচুৰি দিলেহি। কোৱাৰ্টাৰ-লৈনো যাব কি ? একে পেন্‌পেনেনি ননীমাৰ—দিগন্তক আনি ভাল অপমান দিব লাগে এদিন। তাৰ ওপৰত কিহৰ ইমান আক্ৰোশ ! আৰু সাত-শতৰু নহয়। ডাক্তৰৰ নহলেও সি ডাক্তৰৰ ককায়েক বিৰিঞ্চিৰ জোঁৱায়েক। তাক অপমান কৰা মানে বিৰিঞ্চি ককাই-দেউক অপমান কৰা। যিহওক, সেইজন ককায়েকেইতো হাতৰ আঙুঠি বেচি ডাক্তৰক মেডিকেল পঢ়াইছিল। এই ঋণ ডাক্তৰে জীৱনত শুজিব নোৱাৰে। এমাহ, দুমাহ কিয় গোটেই চাকৰি জীৱনৰ টকাৰেও এই আত্মীয়তাৰ ঋণ পৰিশোধ নহব। অন্ততঃ এই বুলিয়েই বিশ্বাস তেওঁৰ। আৰু, দিগন্তইনো কি জগৰ লগালে ? ননীমাই মাতিছিল তাক ভাত এসাজ খাবলৈ। সি নাহিল। হয়তো কিবা জৰুৰী সকাম ওলাল ক'ৰবাত। বাৰু, ইচ্ছা কৰিয়েই নাহিল সি ; তাতে তুমি কি কৰিবা ? নে তাক জোঁৱাই নহয় বুলি ভাবিবা ?

কিয় তুমিয়েই দেখোন খেচখেচাই আছিলা– বিয়াখন হৈ যাওক। বৰ মৰম লগা ল'ৰা। বেছ মিলিব নীলিমাৰ লগত। মিলিছেও। এতিয়া তুমি কিয় ইমান গণ্ডগোল লগাই দিছা ? বিৰিঞ্চি ককাই-দেউৱে শুনিলে কেনেকুৱা পাব মনত !

আজি খাটাংকৈ সুধিব তেওঁ—তুমি এইবোৰ কথা আৰু কৈ থাকিবানে ? চোৱা, যদি আৰু কৈয়েই থাকা—তেন্তে দিগন্তক মাতি আনি মই এদিন কৈ দিওঁ—তুমি আৰু আমাৰ ঘৰলৈ নাহিবা। ননীমাই বেয়া পাই। হবতো !

ৰাষ্টাত বহুত মানুহে জুম বান্ধিছিল। আকৌ সেই আগ-গুৰি নোহোৱা বক্তৃতা আৰম্ভ হব। বেলিও লহিয়াইছে। টপ্‌কৈ এনাচিন এটা মুখত ভৰাই ললে ডাক্তৰে। উঃ, কি বিৰক্তি !!

———



# যাত্ৰা

: কিয়, কি হ'লনো ?

: নাই, এনেয়ে।

: বৰ দিগদাৰ পাইছ যদি খুলি ল। পিচত পিন্ধিলেও হব।

: তাত একো হোৱা নাই। এই, এই সোপাহে !—তিতা কেৰেলা চোবাই ওকালি পেলোৱাৰ দৰে নীলিমাই কথাখিনি কলে। বৰ আমনি কৰে এইবোৰে। হয়োতো ছোৱালী মানুহৰ বহুখিনি অসুবিধা আছে—ঘৰে-বাহিৰে। পুহ-মাঘ মহীয়াতো একো কথাই নাই; জেঠমহীয়া ইমান গৰমতো জাপ জাপ কাপোৰ গাটোত মেৰিয়াই থাকিব লাগে। মানুহজনী সিজি গলেহে হব এতিয়া। ৰ'দে গলোৱা আলিবাট আৰু নীলিমাৰ দেহৰ মাজত যেন জগমোহনে হঠাতে এটা অদ্ভুত সাদৃশ্য দেখা পালে। তাইৰ তেজবোৰ কিজানি ভক্‌ভক্‌কৈ উতলি উঠিছে। খোজৰ লগে লগে মূৰত একুৰা জুই লৈ এই অসংলগ্ন কথাবোৰ সি ভাবি গ'ল। কাষত নীলিমা। গৰম তেলত ডুবাই দিয়া মাছৰ টুকুৰাৰ দৰে তাই এবাৰ আগুৱাইছে, এবাৰ পিছুৱাইছে, তললৈ বহি গৈছে, যেন আকৌ উঠি আহিছে জুইৰ সেক পাই। তাইৰ গাৰ ভালেখিনি মঙহ যেন বাটে বাটে উৰঁলি পৰিছে। ঘৰৰপৰা ওলাই আহোতে তাইৰ কাপোৰৰ খম্‌খমীয়া শব্দ এটা শুনিছিল সি। এতিয়া সেই শব্দটো ক্ৰমে মাৰ গৈ দূৰৰ নদীৰ ঘাটত কাপোৰ ধোৱাৰ দৰে ক্ষীণ চটপ্‌ চটপ্‌ মাত এটা উঠিছে।

: কিয় মা, কাটিছে যদি খুলি ল। এইখিনিতে মানুহ-তুনুহো পাতল।

: নাই কটা, পাৰিম দে। সৌ পালোঁহিয়ে দেখোন।

নীলিমাৰ অসুবিধাটো সি বুজিছে। তায়ো তাক লক্ষ্য নকৰা নহয়—খোজবোৰ সি চুটি চুটিকৈ দিছে; দূৰৰ পৰা যাতে মানুহে

ধৰিব নোৱাৰে তেনেকৈ। ইখন ভৰি মাটিত গৈ পৰো নপৰো হওতেই সিখন তুলি আনিছে। যথাসম্ভৱ মানুহজন সমুখলৈ হালি গৈছে। বৰ যন্ত্ৰণা! চেণ্ডেলযোৰ যেন এবাৰ দূৰলৈ দলি মাৰি দিব—আৰু গৈ লাহে লাহে ভৰিত স্মুৰাই লব, তেনেদৰে খোজবোৰ দিছে নীলিমাই। বাৰে বাৰে তাইৰ গোৰোহা দুটা গৰম বাটটোত পিছলি পৰিছেহি। য'তে যিমানবাৰ পৰিছে ত'তে সিমানটা তিতা দাগ বহিছে ঘূৰণীয়াকৈ। পিছমুহূৰ্ত্ততে ঘামৰ দাগটো শুকাই গৈছে। জগমোহনে একোবাৰ মাজে মাজে চেঙালুটি খাই গৈছে। তাৰ গোৰোহা দুটাৰ যিখিনি ঠাইত জোতাযোৰৰ ঘঁহনি লাগে আছে তাতে সম্ভৱ দুটা দ' গাঁত হৈ পৰিছে। বিষৰ প্ৰকোপলৈ চালে এবাই যোৱা যেন লাগে তাৰ। পিন্ধি থাকিলেও যন্ত্ৰণা; ইফালে খহাই লব লাগিলেও ভৰি দুখনৰ সেই দৃশ্য আৰু সি চাব নোৱাৰিব। সিতো নিপিন্ধোৱেই বুলিছিল; পিচে মহামায়াৰ খেচ্‌খেচনিত ৰব নোৱাৰিহে পিন্ধি ওলাল শেষত। হাজাৰ হওক, দূৰলৈ যোৱা কথা। তাতে নৰমোহন নিজে ডাক্তৰ। শুদা ভৰিৰে খোজকঢ়াটো তেওঁ নিশ্চয় ভাল নাপাব। অন্ততঃ মহামায়াই তেনেকৈয়ে ভাবিছে কথাটো। লগতে নীলিমাও যাব। গাভৰু ছোৱালী তাই। যিখিনি কাপোৰ-কানি লাগে সেইখিনি এযোৰ চেণ্ডেলেৰে সৈতে ডাক্তৰেই দি পঠাইছিল। লগতে টকা ডেৰকুৰি। সিহঁতৰ অহা-যোৱা খৰচ আৰু ককায়েক জগমোহনলৈ এযোৰ জোতাৰ বাবে। ইমান দিনে অৱশ্যে জগমোহনে নিজেই জোতা এযোৰ কিনি লব পাৰিলেহেঁতেন। লোৱা নাই। কোনো দিনে অনুভৱো কৰা নাই জোতা এযোৰৰ দৰকাৰ বুলি। এতিয়াতো আৰু অভ্যাসেই মৰি আহিল। সন্ধিয়া ভৰি-হাত ধুই মটৰৰ টায়াৰৰ ৰবৰেৰে ফিটা খুওৱা খৰমযোৰ পিন্ধোতেও সি উজুটি খাই পৰিব খোজে। হওক তেও, ছোৱালী-জনীৰ ভাল ব্যৱস্থা এটা হব। নৰমোহনকে সি সকলো দায়িত্ব গতাই দিছে। তাকেতো জগমোহনেই নিজৰ বিয়াৰ আঙঠি বেচি



মেডিকেলত নাম লগাই দিছিল। সেই চেনেহ আৰু আত্মীয়তাৰ ঋণ নৰমোহনে জীৱনেও শুজিব নোৱাৰে—অন্ততঃ সেই বুলিয়ে বিশ্বাস। ল'ৰাটো বোলে দেখাই শুনাই বেয়া নহয়। অন্ততঃ নীলিমাৰ লগত বেচ মিলি যাব বুলিয়ে ডাক্তৰৰ বিশ্বাস। নে দেখোতে অৱশ্যে মহামায়া আৰু জগমোহনেও অনুমান এটা কৰি থৈছে—জোৰটো বেয়া হ'ব নালাগে। সি (ওঁ, আৰুনো কি বুলিব। এতিয়াতো নিজৰ ল'ৰাৰ দৰেই হ'ল) হেনো প্ৰায়ে আহি থাকে ডাক্তৰৰ ঘৰলৈ। দুদিনমান ভাতো খাইছে। একো ভেম-ফন্তি নাই খোৱা-লোৱাত। দেখোতে দেখোতে ডাক্তৰণীৰো মোহ এটা সোমাই পৰিছে তাৰ প্ৰতি। ঘৰৰ ল'ৰা যেনেই লাগে। হওতে তাৰ ফটো এখনো মহামায়াৰ হাতত নপৰা নহয়, পৰিছে। ডাক্তৰেই পঠাই দিছে বুদ্ধি কৰি। সৰু ঘূৰণীয়া মুখখন। নাকটো জোঙা। তাৰে ঠিক তলতে একোচা গোঁফ। ঠিক গোঁফ নহয়—ডাঠ নোম। বয়স চাগৈ বহুত কম। পকা জামুৰ দৰে উজ্জ্বল ক'লা চকু দুটাই গোটেই মুখখন পোহৰাই ৰাখিছে। ভন্টিৰ চোলাত হুক লগাবলৈ বেজী-সূতা বিচাৰোতে কাপোৰৰ মাজত হঠাতে ফটোখন পাই নীলিমাৰো চকু দুটা চলচলীয়া হৈ পৰিছিল। বৰ লাজ লাগে এই গোঁফ থকা মানুহবোৰ দেখিলে! চকু দুটাৰ ফালেতো তাই চাবই নোৱাৰে। ফটোখনতো নোৱাৰিলে।

বৰযুণ বতৰৰ দিন হলেও আহাৰৰ শেষৰ ফালেই বিয়াখন হোৱাৰ কথা। খৰচ-পাতি আধা-আধি ডাক্তৰেই দিম বুলিছে। বাকী বিশেষ একো ভাবিব লগীয়া নাই। সকলো ঠিকেই হৈছে। মাথোন সি এবাৰ আগতীয়াকৈ চাই লব খুজিছে নীলিমাক। এনেয়ে। সি নিজেও ইমানদূৰ আহিব নোৱাৰে। চৰকাৰী কামৰ মানুহ। ছুটী নাপায়। হয়ো কথাটো। আনে নুবুজিলেও মহামায়াই বুজি পায় চৰকাৰী কামৰ লেঠা—সাধাৰণ অনুমান এটা। গতিকে একপ্ৰকাৰ জোৰ কৰি মহামায়ায়েই ব্যৱস্থাটো কৰিলে—গিৰিয়েকে লৈ যাওক

নীলিমাক ডাক্তৰৰ ঘৰলৈ। দেৰজিতে তাতে চাবহি তাইক। তাইকতো আৰু এই বিষয়ে সুধি লাভ নাই। ছোৱালী মানুহ; যাও নাযাও একো নকবও পাৰে। লাজ লাগে তো, যিমান যিকি নহওক। ঘূৰি আহি পিচত হয়তো তায়েই আকৌ আৰতিইঁতৰ আগত এইবিলাক কৈ খিক্‌খিকাই হাঁহিব। এই কথা জগমোহনে নুবুজে; বুজে মহামায়াই—নীলিমাৰ মাকে। ছোৱালীয়ে যি দেখিলে বাহিৰত মুখ ওকোন্দায়, চকুপানী মচে, ভিতৰি আকৌ সেইটোলৈকে মহা আক্ৰোশ। এটা মধুৰ তৃপ্তিত মহামায়াৰ মনটো শিহৰি উঠিল। ফুটফুটিয়া ফ্ৰকটোৰ আঁৰত কব—নোৱাৰাকৈয়ে নীলিমা বৰ এজনী হ'লহি!

শেষত মাকৰ ব্যৱস্থাই সিদ্ধান্তত পৰিণত হ'ল। নীলিমা ওলাল পিতাকৰ লগত খুৰাকৰ ঘৰ বুলি। কাপোৰ-কানিখিনি পিন্ধোতেও তাইতকৈ মাকৰহে আব্‌দাৰটো বেছি হ'ল। মেখেলাখন পিন্ধিলে ঠিকমতেই। কেৱল ব্লাউজটোৱেহে দিগ্‌দাৰ দিলে—পিঠিৰ হুক কেইটা এই মাৰিব, এই কট্‌কৈ খুলি যাব! নাথাকে। উশাহ লৈ কথা এষাৰো কব নোৱাৰি। পিচত মাকেহে কোনোমতে সৰু পিন এটা মাৰি ঠিক কৰি দিলে। লাগিলে কাপোৰেই ফালি যাব তথাপি পিনটো নোখোলে—এনেকৈ। এইবোৰ মহামায়াই নিজৰ অভিজ্ঞতাৰ পৰা শিকা। নীলিমাই গাত লোৱা কাপোৰখন অৱশ্যে বেলেগ, মহামায়াইঁতৰ দিনত নাছিল। কোনোমতে গাত ৰাখিব নোৱাৰি। বাগৰি বাগৰি পৰে। খুব জুখি-মাখি হাঁহি এটা মাৰিলেও কান্ধৰ পৰা পিছলি পৰে। পৰি কিছু সময় পানীৰ ভুমুকৰ দৰে অস্থিৰ হৈ থাকে বুকুৰ ওপৰত। পিচ মুহূৰ্ত্ততে আকৌ পিছলি পৰে। মুঠৰ ওপৰত মানুহজনী অনবৰতে সতৰ্ক হৈ থাকিব লাগিব। ঢাকনি খুওৱা চচ্‌পেনত গাখীৰ উতলিবলৈ দিয়াৰ দৰে।

গৰমত বাটটোও দীঘল হৈছে নে কি? নহলে ঘৰৰ পৰা চিনি-



আলিৰ চ'কটোলৈ আহোতেই ইমান সময় লাগে নে! এইখিনিত গুৱাহাটীৰ কালৰ পৰা অহা পকী বাটটো দুফাল হৈ এফাল গোৱালপাৰালৈ গৈছে, আনফাল গৈছে পলাশবাৰীলৈ। গোৱালপাৰা লৈ যোৱাখণ্ড সম্ভৱ বহুত দীঘল—আজিহে গম পোৱা যাব। কিন্তু বাকীকাল তেনেই চুটি; গধূলি বজাৰৰ কাষতে পদ্মা পোহাঁৰীয়ে ছুচেও কৰি থোৱা মাছটোৰ দৰে পৰি আছে বাটটো। অৰ্থাৎ বাটটো তাতে ছিঙিছে নদীয়ে।

কৃষ্ণচূড়া জোপাৰ তল পাইহে দুয়োৰো অলপ শীতল শীতল ভাব এটা হ'ল। বতাহ আছে। ঠাইখিনিও নিমাতমাত। পিচে ইয়াতো সেই। গছডালৰ পৰা টপ্‌টপ্‌কৈ ৰঙাপৰুৱাবোৰ সৰি পৰে বতাহত। য'তে সোমায় ত'তে অসহ্য পিৰপিৰণি। বাহিৰত পৰিলেতো কথাই নাই। বিচাৰি বিচাৰি সিহঁতেও এনেকুৱা ঠাইত সোমায় য'ত হাত দিবলৈ নীলিমাৰ নিজৰে কিবা লাজ লাজ লাগে।

বহু দূৰত হঠাতে উজ্জ্বল চিক্‌মিকলি এটা দেখা গ'ল। সম্ভৱ সমুখৰ আয়নাত বেলিৰ পোহৰ পৰিছে। লগে লগে উজ্জ্বল হৈ পৰিল জগমোহন আৰু নীলিমাৰ চকু। গাড়ীখন আহিলেই কিজানি। বাবা চক্ৰেশ্বৰ; প্ৰকাণ্ড গাড়ী। অৱশ্যে কেইখনমান অন্য গাড়ীও চলে এই বাটেৰে—মা গৃহলক্ষ্মী, ধুমুহা, পুষ্পক, শ্ৰীশ্ৰীদুৰ্গা আৰু কিবাকিবি নাম; গোটেইবোৰ মনত ৰখাও টান। আহি থকাখন ইয়াৰে যিকোনো এখন হব পাৰে। এইখিনিত প্ৰত্যেকখন গাড়ীয়েই অলপ সময়ৰ বাবে ৰয়! হয় কোনোবা নামে, নহয় কোনোবা উঠে। আজিতো সিহঁতেই উঠিব লাগিল। জগমোহনে ধুতিৰ ওলমি থকাখিনি সোঁহাতত তুলি ললে। নীলিমাই ইতিমধ্যে কাপোৰ-কানি টানি-টুনি লৈছেই। মানুহবোৰৰ যিহে চকু! সিহঁতে এনেদৰে চাব যেন নীলিমাই কাপোৰ পিন্ধাই নাই।

ইতিমধ্যে গাড়ীখন আহি ওচৰ চাপিছিল যদিও নামটো পঢ়িব

পৰা হোৱা নাই। দুয়ো আগুৱাই গৈ আলিটোৰ প্ৰায় সোমাজতে থিয় হ'ল—যাতে ড্ৰাইভাৰে দূৰৰ পৰা দেখে। মাণিকে চলোৱা গাড়ীখন হলেতো ভালেই হ'ল। জগমোহনৰ ভাল চিনাকি আছে মাণিকৰ লগত। তাতে লগত নীলিমা আছে যেতিয়া সি গাড়ী নাৰাখি নোৱাৰে আজি।

এটা সময়ত গাড়ীখন ওচৰ চাপি আহি হোহোৱাই কাষেৰে গুচি গ'ল। জগমোহনে যেতিয়া সম্বিৎ ঘূৰাই পালে তেতিয়া গাড়ীখন বহুদূৰ পাইছেগৈ। পিছে পিছে ধূলিবোৰ দৌৰি গৈছে ঘূৰি ঘূৰি পাক খাই। সেইখন মিলিটাৰী ট্ৰাক। তাৰ গাটো কিবা লেতেৰা লেতেৰা লাগিল।

: আজি বাছ কেইখনৰ কি হ'ল ?

... ... ...

: এই গোৱালপাৰালৈ যোৱা বাছকেইখন!

: গলেই হব পায়।

: এতিয়াই যাব নে ?

তথাপি, কি ঠিক! সিহঁতৰতো সময় বুলি কথা এটা নাই। মানুহ ভৰোৱা হলেই গুচি যায়।

: গাড়ী নাপালে ভালেই হ'ল।

নীলিমাৰ কথাষাৰে তাৰ মনত কেনে প্ৰতিক্ৰিয়া কৰিছে সি নিজেই বুজিব নোৱাৰিলে। কিবা যেন উভতি যাম যাম ভাৱ এটা তাৰো হৈছে।

হঠাতে তাৰ চকুত পৰিল দূৰত বাটৰ দাঁতিৰ গছ এডালৰ পৰ চৰাই এজাক উজাৰ খাই চাৰিওফালে পলাই পত্ৰং দিছে! বাবা চক্ৰেশ্বৰ—কম গাড়ীতো নহয়! একেবাৰে পাহাৰখনৰ সমান। সেইখন আহিলে কিহে ভয় নাখাব ? বনৰীয়া হাতীৰ দৰে আহিব নহয়।

: এইখনেই হব লাগে।



ধপাতৰ ধোঁৱা এৰি দিয়াৰ দৰে লাহে লাহে ক'লে জগমোহনে। বেলিৰ পোহৰো ধীৰে ধীৰে শেঁতা হৈ আহিছে। আৰু দুই হাত-মানহে আছে বেলিটো মাটিত পৰিবলৈ। কৃষ্ণচূড়া জোপাৰ ছাঁটো ক্ৰমে দীঘল হৈ গৈছে ভয়লগাকৈ। সি নীলিমাৰ চকুলৈ চালে। দেখিলে, সূতাডালৰ নাল বহল বাট এটা আহি হঠাতে দুফাল হৈ পৰিছে—একাল দীঘল, আনফাল চুটি। দীঘল আলিটোৰ সিমূৰত বেলিটো টুকুৰা টুকুৰকৈ ভাগি গৈছে।

: পিতাই, গাড়ী আজি নাহে। উভতিবই লাগিল।

ভৰিৰ পোৰণিটো সি এতিয়াহে ভালকৈ উপলব্ধি কৰিলে। এতিয়াতো উভতি যাবলৈও লাজ লাগে। ওলাই আহিছে মাতবোল লগাই। ইফালে নীলিমাৰ মাকেও কিজানি চেৰেকীত সুতা ভৰাই ভৰাই ভাবি আছেঃ এতিয়ামানে পাবগৈ পায় ডাক্তৰৰ ঘৰ। বৰ বেছি পাঁচ ঘণ্টাৰ বাট। এতিয়াতো বহুসময় পাৰ হৈ গ'ল।

উঘা-চেৰেকী সামৰি থান-থিত লগাই থৈ মহামায়াই ক'লে—বাবুল নীলুহঁত কিজানি পাইছেগৈ এতিয়া, নহয় ?

: এতিয়াও নে ? সিহঁতে এতিয়া কি কৰিছে জান ?

মাক মনে মনে থাকিল। এইখিনি সময় তাই নাথাকোতেই ঘৰখন উদং উদং লাগিছে।

: পিতাইহঁতে কথা পাতিছে সেই মানুহজনৰ লগত।

ইফালে মহামায়াৰ কলিজাত এপাহ এপাহকৈ শেৱালি ফুলিল। লাজতো কৰিবই। দেখা নাই—জনা নাই, কেনে—কৈনো ভিনদেউ বোলে হঠাতে ? কি ঠিক, বাবুলৰ যি ভেম, বিয়াৰ পিচতো কিজানি সি দেৱজিতক ভিনদেউ নুবুলিব। সিদিনাকৈ নীলিমাকো নীলু বুলিহে মাতিছিল। মাকহঁতে মতা শুনি। এতিয়াহে বাইদেউ বোলা হৈছে। আজিৰ পিচে কাইলৈ গুচি যাব—বিনীতা পেহীহঁতে বহুত লাজ দিছে তাক।

: ইফালে, বাইদেউৰ অৱস্থা সাঙ্ঘাতিক। জান মা, তাই কি জানি লাজতে লেতু-সেতু হৈ পৰিছে।

কৈয়েই সি কাষত শুই একা কুকুৰটোক কোৰ এটা সোধাই দিলে।

: ইও আৰু, দিনটো শুব। ৰাতিও শিয়ালৰ হোৱা শুনিলেই লুকাবহি পঢ়া মেজৰ তলত।

একে সময়তে এটা উজ্জ্বল পোহৰে দুয়োকে চেলেকি গ'লহি। হয়, বাবা চক্রেশ্বৰেই হয়। একেবাৰে ঐৰাবতৰ দৰে আহিছে নহয়। ওপৰত ত্ৰিপালেৰে ঢাকি কিবা আনিছে। সাধাৰণতে কল নাইবা অন্য তৰকাৰী আনে সিহঁতে। ভিতৰতো মানুহ ভৰাই আনিছে সমান যত্ন কৰি—বাহিৰত হাত-মূৰ নুলিয়াব।

গাড়ীখন হোহোৱাই আহি এটা সময়ত তিনি আলিৰ চ'কটোত ৰ'লহি। প্ৰথমতে জগমোহনে ধোঁৱাৰ প্ৰকোপত একো নেদেখিলেই, নীলিমায়ো গাড়ীৰ চিটত বহি যেতিয়া দুয়ো পিচলৈ চায় তেতিয়াও ধোঁৱাবোৰ দৌৰি আছে পিচে পিচে। এবা, ডাক্তৰৰ ঘৰ পাওতে ৰাতি বহুত হব। দূৰৰ পাহাৰখনৰ নামনিত থকা টিন পাতৰ ঘৰবোৰ জুই বাহৰ দৰে দেখা গৈছে।

———



# পাপ

"কিবা উলামূলা বুলি ভাবিছ হবলা? দেখদেখকৈ জীয়া বস্তু এটা। হাত, ভৰি, চকু, কাণ—তোৰ মোৰ কিবা বেলেগ নে কি? আৰু যদি নহয়েই তেনেহলে এইবোৰ কিয়? কিহৰ ইমান সাহস তহঁতৰ? আও, ৰাখোঁ বুলিলেই ৰাখিবি, দিওঁ বুলিলেই দিবি দলিয়াই! ধেমালি পাইছ? ক'ব পাৰ নে, কোন জনমত তহঁতৰ মাৰ-বাপেৰহঁতে এনে কাম কৰি পাইছিল? গুৰু-গোঁসাই নমনা হৈছ? সিদিনাৰ ল'ৰা-ছোৱালী তহঁত। এই বুঢ়াটো দিন-ৰাতি চকুৰ আগত থাকোঁতেই তহঁতৰ ইমানটো মৰসাহ! ৰাখিবই যদি নোৱাৰ, তেনেহলে এইবোৰ কৰিছিলি কেলেই? নে কুকুৰ-মেকুৰী হবৰ মন গৈছে? মন গৈছে, হবি; কিন্তু ইয়াত নহয়। এই কৃষ্ণপুৰত নহয়। আন ঠাইলৈ যা। গৈ যি কৰ কৰিবি। বোলে নহয় আপোনঘাতী হৈ মৰোঁ। মৰগৈ!"

গাঁৱৰ মাজৰ বাটেৰে আহি ঘৰ সোমোৱালৈকে বুঢ়াই ভোৰভোৰাই আহিল। কোনোৱে একো বুজিব নোৱাৰিলে। বাটৰ কাষৰ দমকলৰ পাৰত জুম পাতি কথা পাতি থকা জীয়ৰী-বোৱাৰীহঁতে একো ধৰিবই নোৱাৰিলে ক'ত কি হ'ল তৎক্ষণাৎ। হাজাৰ হওক, ভয়ো লাগে সিহঁতৰ বুঢ়াক মাতি কিবা এষাৰ সুধিবলৈ। কিবা সোধাটো বাদেই বুঢ়াক দেখাৰ লগে লগে সিহঁত আটাই কেইটাই পানীৰ কলহ কঁকালত লৈ সুৰ সুৰকৈ গৈ ঘৰ সোমাল। ঠিকতো নাই। ক'ত বা আকৌ কি খুঁত উলিয়ায়! তাতে সিহঁতৰ গাত তিতা কাপোৰ। কাৰোবাৰ কাপোৰ তিতিছে, গা তিতা নাই। কোনোবাজনীয়ে আকৌ ভৰিৰ গোৰোহাৰ পৰা আঠুলৈকে, হাতৰ আঙুলিৰ পৰা কিলা-কুটিলৈকে এইখিনি তিয়াইছে, গাত পানী ঢালিবৰ জোখাই মনটো গৰম কৰি লব পৰা নাই। ওলালহি বুঢ়াটো কৰবাৰ পৰা।

আহিছেও একেবাৰে কোদো বৰলটো হৈ। চকু-মুখ ৰঙা কৰি আহিছে। এনেয়ে বিয়াগোম মানুহ; তাতে আকৌ যিহে খঙৰ প্ৰকোপ! গাত তিতা কাপোৰ পিন্ধাতো বাদেই, জাপ জাপ কাপোৰৰ মাজত সোমাই লৈও নিৰ্মালি, জোনালীহঁতে বুঢ়াৰ আগত থিয় দিব নোৱাৰে। এইকণ সাহস সিহঁতৰ নাই।

কথা নিশ্চয় কিবাহে। পৰশু বুঢ়াৰ খং এনেয়ে নুঠে। তাকো, এই বোৱাৰী-পুৱাতে। ইমান কামিলা মানুহ। সেইহেন মানুহটোৱে আজি, অসুখ নাই বিসুখ নাই পথাৰৰ পৰা পুৱাতেই ঘূৰি আহিছে! আহোঁতে গোটেই বাটে কাৰোবাক গালি-শপনি দি আহিছে।

চোতালত থিয় হৈয়ে বুঢ়াই চিঞৰ ধৰিলে, "মহিমা, এই মহিমা! ঘৰৰ ভিতৰৰ পৰা মহিমা বিচূৰ্তি খাই দৌৰি আহিল। কি হ'ল আজি? ইমান সোনকালে পিতেক উভতি আহিল পথাৰৰপৰা? তাই একো তম্ভিব নোৱাৰিলে।

"পানী একলহ লৈ আহ। গাটো ধুই লওঁ। ইস্ ইস্ ইমান মহাপাপ। এই পুৱাতেই দেখিলোঁ। ক'ব নোৱাৰোঁ, কি হয় এই বুঢ়া বয়সত। কিহলৈ কি দেখুৱাইছে? তাৰ আগতে এই বুঢ়াকে মাৰি নিনিলা কিয়?"

ঠাইতে বহি পৰি বুঢ়াই হুকহুককৈ কান্দি দিলে। বেলিৰ পোহৰ ঘৰ-চোতালত ছিটিকি পৰিছে মাথোন। গাঁৱৰ মানুহ দুই-একে সাৰেই পোৱা নাই। নন্দহঁতৰ ঘৰৰ চালত পৰি পাৰ কেইজনীয়ে গা ৰ'দাইছে। চোতালৰ বন-জাবৰবোৰ এতিয়াও নিয়ঁৰত তিতি আছে।

গা-পা ধুই উঠি পৰশু বুঢ়াই ক'লে—"বুজিছ, আজি আৰু ভাত-পানী মুখত দিবলৈ মন যোৱা নাই। নে খাওঁ।" মহিমাই বুজি নেপালে কিনো হ'ল হঠাতে।

বতাহৰ আগত কমোৱা তুলা উৰা দি কথাটো তৎক্ষণাৎ গোটেইখন কৃষ্ণপুৰ গাঁৱৰ বৰঘৰ-মাৰলঘৰ সকলোতে বিয়পি পৰিল।



কেৱে বুজিলে, কেৱে নুবুজিলে; কিন্তু এই কথা সকলোৱে বুজি পালে যে এইখন গাঁৱত হঠাৎ এটা গুৰুতৰ ঘটনা ঘটিছে, এটা মহাপাপ হৈছে। বৰ করুণ, বৰ লাজ লগা সেই ঘটনা। মানুহবোৰে ইজনে সিজনৰ মুখলৈ চালে। দুপৰীয়া এপৰ বেলিলৈকে কৃষ্ণপুৰ গাঁৱৰ বাট পদূলি শূন্য হৈ থাকিল। ঘৰৰ মানুহ ঘৰে ঘৰে সোমাই ৰ'ল লাজত, বেজাৰত। কাঁহ-পিতলৰ বাচন বেচা মানুহটোৱে আন দিনাতকৈ বেছি জোৰকৈ বিভিন্ন কায়দাত চিঞৰি চিঞৰিও কৃষ্ণপুৰৰ মানুহক ঘৰৰ পৰা বাজলৈ উলিয়াব নোৱাৰিলে। হঠাৎ যেন এটা মহামাৰীয়ে কৃষ্ণপুৰৰ ঘৰ-বাৰী ধাহি-মুহি লৈ গ'ল।

শাকনিৰ মাজৰপৰা নন্দহঁতৰ বগী ছাগলীজনী খেদাই দিওঁতে পুতলা বুঢ়ীয়ে কাৰোবাক গালি পৰাৰ দৰে চিঞৰি ক'লে,—"এতিয়া মুখ লুকুৱায় লাজত। অফিচে কাৰখানাই চাকৰি কৰি কৰি এইবোৰহে শিকিলি। ক'বতো নোৱাৰোঁ, ভিতৰি যে ইমানটো কাণ্ড! চম্ভালিবই যদি নোৱাৰ, এইবোৰ কৰিব নেলাগে নহয়। এই, একেবাৰে তহিলং কৰিলে!" ছাগলীজনী বেৰৰ ফাঁকেৰে ওলাই গ'ল। বুঢ়ীয়ে তেতিয়াও কিবা পাগুলি থাকিল মুখৰ ভিতৰত। হয়েইতো। একেবাৰে গা চেৰাই যোৱা কথা।

"হেই, দদাই! দদাই", মাজতে এবাৰ আহি কোনোবা এজনে পৰশু বুঢ়াক মাতিলেহি। বেলি তেতিয়া মূৰৰ ওপৰত। বাহিৰত ফেৰ্‌ফেৰীয়া বতাহ এছাটি থকা সত্বেও বুঢ়াই পিৰালিতে মূৰ গুজি বহি আছে।

বুঢ়াই মূৰ তুলি চালে। মহীধৰ।

"কি? কিয় আহিলি?"

"আহিলোঁ এই ফালেই। পিছে—"

"অঁ, তহঁত ডেকা মানুহ। গালি-বদনাম সহিব পাৰ। সেইবোৰ তহঁতৰ গাত নেলাগেই। কিন্তু, মই কি কৰোঁ কচোন। কেনেকৈ মানুহৰ আগত মুখ উলিয়াওঁ?"

"হওতে কথাটোনো ইমান ডাঙৰ নে ?"

"ডাঙৰ সৰু সেইবোৰ তহঁতে নুবুজ। চল-চলীৰ পাৰৰ ধান ডৰালৈ যাচোন। তেতিয়া বুজিবি। কি সেই দৃশ্য! কৃষ্ণপুৰৰ মানুহে ইমান পাপ কৰিব পাৰে বুলি মই সমাজিকতো ভবা নাছিলোঁ। দেখিলোঁ এই বুঢ়া বয়সত। তাকো ব্ৰহ্মপুৰাতে।"

কথাথিনি কৈ কৈ বুঢ়াই চকুহুটা মুদি দিলে। ওঠ হুটা কঁপি কঁপি এটা সময়ত থিৰ হৈ গ'ল। পৰশু বুঢ়াই ৰাতিপুৱা যিথিনি সময়ত চাৰিপাচী এৰে সিথিনি সময়ত কৃষ্ণপুৰৰ মানুহৰ কথা তো বাদেই, বাহৰ চৰাই-চিৰিকতিৰো উম নেভাগে। বাহিৰত এন্ধাৰ। মাজে মাজে কৰবাত হুই এচমকা পোহৰৰ ছিটিকনি। পূৱে ফেঁহুজালি দিবলৈ বহুত বাকী থাকে।

সদায় কোৱাদি আজিও মহিমাক টোপনিতে কিবা এষাৰ কৈ বুঢ়া পথাৰলৈ গৈছিল নিচেই পুৱাতে। বাহিৰত বৰযুণ পৰাদি নিয়ঁৰ সৰিছে। বাট-পথ একো নমনি। তথাপি উমানে উমানে গৈ যেতিয়া বুঢ়াই ধাননি ডৰাৰ ওচৰ চাপিল, তেতিয়া পোহৰি পোহৰি হৈছে। গৰু-মানুহ ভালকৈ চিনিব নোৱাৰি যদিও অনুমান কৰিব পৰা হৈছে। বগা বগা কিবা এটা যেন হঠাৎ দৌৰি দৌৰি গৈ দূৰত নোহোৱা হৈ পৰিল। এনে বস্তু বহুবাৰ লগ পাইছে যদিও বুঢ়াই হৰি হৰি চিন্তিলে। কি জানি কি চক্ৰান্ত। এই আঘোণ মহীয়া দিন! বুঢ়াই এখোজ হুখোজকৈ আগুৱাই গ'ল। সমুখা-সমুখিকৈ বুঢ়াক একোৱে নোৱাৰে।

ঠিক দেখা নহয়, অনুমান এটা হ'ল যেন ধাননি ডৰাৰ সোঁমাজতে পাঁচ-ছহতীয়া ক'লা কাপোৰ এখন মেলি থোৱা আছে। চকু হুটা মোহাৰি আকৌ এবাৰ চালে। হয়। ক'লা কাপোৰেই সেইখন। মাজে মাজে একোবাৰ কাপোৰখন কঁপি কঁপি উঠিছে। বতাহৰ কাৰণে হবপায়। বুঢ়াৰ গাটো জিকাৰ খাই উঠিল। ভাল-বেয়া কিবা এটা হলেই বাৰু! এই নিৰ্জন পথাৰৰ মাজত কোনে গম পাব ?

ধাননি ডৰাৰ ইমূৰৰপৰা সিমূৰলৈ খুটি হুটাৰ ওপৰত ৰচী



এডালেৰে আঁৰি দিয়া টিলিঙাটো এবাৰ বুঢ়াই বজাই দিলে। ৰচী ডালৰ গাৰে কঁপি কঁপি শব্দবোৰ বাগৰি গৈ চাৰিওফালে ছিটিকি পৰিল। অইন দিনা এইথিনি সময়ত ধাননি ডৰা বটা চৰাইৰ জাকেৰে দোঁ খাই থাকে। ঈশ্বৰৰো সৃষ্টি! দূৰৰপৰা কিয় ওচৰৰ পৰাও তুমি ধৰিব নোৱাৰিবা, সেইবোৰ ধানৰেই থোৰ নে সেই ধূৰ্ত বটা চৰাইৰে জাক! গাৰ ৰঙেই চাবা নে বতাহত সিহঁতক হুলি থকাই চাবা—সাইলাখ ধান থোৰ। হুবাৰ নেলাগে, এবাৰ ৰচীডাল টান মাৰি দিলেই হ'ল। হুৰহুৰকৈ মটৰগাড়ী যোৱাদি সিহঁত ঠাইতে অন্তৰ্দ্ধান হব। পিতকলি চৰাইতো; চকুৰ পলকতে কৃষ্ণপুৰৰ চাৰিসীমা পাৰ হৈ সোঁ চকৰদ' পাহাৰত উঠেগৈ। তাৰ পিছত অন্ততঃ আৰু এখন তামোল খোৱাৰ সময়লৈকে বুঢ়াই নিশ্চিন্ত হৈ থাকিব পাৰে।

কিন্তু এবাৰ নহয়, হুবাৰ নহয় প্ৰায় চাৰিবাৰ মান টিলিঙাটো বজোৱাৰ পিছতো যেতিয়া বটা চৰাইৰ জাকটোৱে উৰা নেমাৰিলে, মাত্ৰ ক'লা কাপোৰখনহে বতাহত মাজে মাজে একোবাৰ দাং খাই উঠি পুনৰ জাপ গ'ল, তেতিয়া পৰশু বুঢ়া ভৰিৰপৰা মূৰলৈ ঘামি উঠিল।

ইতিমধ্যে বেলি তলাইছে। জুলীয়া পোহৰবোৰ ঠায়ে ঠায়ে উৰলি পৰিছে। জোপোহাৰ মাজত ছিটিকি পৰা পোহৰবোৰ ঠোঁটতলৈ বনৰীয়া চৰাইবোৰে কোঢ়াল কৰিছে।

বুঢ়াই মৰসাহ কৰি ধাননিৰ মাজে মাজে কাপোৰখনৰ ওচৰলৈ আগুৱাই গ'ল। বুকুত ভয় আৰু চকুত বিস্ময়। ৰৈ ৰৈ হাত-ভৰিবোৰ শিহৰি উঠিছে। বাৰে বাৰে মনত পৰিছে মহিমালৈ। মহিমাৰ কোমল মুখখনিলৈ। হঠাৎ যদি কিবা অমংগল ঘটে, কোনে চাব তাইক ? মাকজনীয়েতো তাইক কোনোবা দিনাই এৰি গ'ল।

ক'ত জানো কি হ'ল হঠাৎ। একেবাৰে চক্ খাই উঠিল বুঢ়াই। সেইখনতো কাপোৰ নহয়। প্ৰায় ছকুৰিমান কাউৰী। বুঢ়া ওচৰ

চপাৰ লগে লগে সিহঁত পাখি কোবাই কেনিবাদি উৰি গুছি গ'ল। এটা ভয়ানক অমংগলীয়া চিন্তাই মুহূৰ্ত্ততে পৰশু বুঢ়াৰ হাতভৰি বান্ধি পেলালে।

ঠাই টুকুৰাৰ ওচৰ চাপি গৈ বুঢ়াই যি দৃশ্য দেখিলে সি অতি ভয়ানক, অতি লাজলগা। ইমান নৃশংস কাণ্ড! সিও কৃষ্ণপুৰৰ ভিতৰত এইকাণ্ড। পকা ধানৰ মাজত। বুঢ়াই ঠাইতে হতভম্ব হৈ থিয় দি ৰ'ল কিছুসময়। কাৰোবাক চিঞৰিবই নে তাৰপৰা দৌৰি গুচিয়েই আহিব একো ঠিৰাং কৰিব নোৱাৰিলে। জোৰ কৈ এবাৰ চকু দুটা মেলি দি বুঢ়াই চাৰিওফালে চালে। কৃষ্ণপুৰৰ নামঘৰৰ মণিকূটটো বেলিৰ পোহৰত জিকমিকাই উঠিছে। দূৰৰ মুছলমান গাঁওখনৰ মছজিদৰপৰা নামাজৰ শব্দ ওপঙি আহিছে বতাহত।

"দদাই, কান্দিছ কেলেই?"

"এস্, নাই নাই। এনেয়ে বোলো—নিয়ৰঁত তিতিলোঁ নহয়; নাকমুখ এতিয়াও কিবাকিবি লাগি আছে।" বুঢ়াই ততাতৈয়াকৈ এহতীয়া খনেৰে চকুদুটা মচি ললে।

"কচোন, কি হ'ল ক'ত।"

"ক'ব নেলাগে। নিজে নিজেই গম পাবি। দেখিবি কৃষ্ণপুৰৰ মানুহ কিমান তললৈ নামিছে। তই মই যাক ককাই-ভাই বুলি ভাবি আহিছিলোঁ, দেখিবি, সিয়ে কাল শনি হৈছেগৈ। বুজিছ, এনে পাপ; ৰৌ ৰৌ নৰকতো তাৰ ঠাই নহব!"

বুঢ়াই যেতিয়া দেখে তেতিয়া বস্তুটোৰ গাত অ'ত ত'ত ফটাকানি মেৰুৱাই থোৱা আছিল। পোহৰ আৰু এন্ধাৰ। ঠিক ধৰিবও নোৱাৰি ভালদৰে। মাৰি এডালেৰে এবাৰ-দুবাৰ বুঢ়াই খুচি চালে। কোমল কোমল লাগিল। চকু এটা কাউৰীয়ে খুটিয়াই উলিয়াই পেলাইছে। হাত-ভৰিতো ঠায়ে ঠায়ে মঙহ একুৱাই খাইছে। কলৰ বগুৰাৰ দৰে বগা ডিঙিটোত মাজে মাজে চমকা চমকিকৈ নীলা নীলা দাগ। বুকুখন কেতিয়াবা উঠা-নমা কৰি থকা যেন লাগে।



হাত-ভৰি নোদোকা। ঠিক ধৰিব নোৱাৰি যদিও অনুমান হয় যোৱা নিশা ওপজা। কাৰণ শিশুটোৰ গা তেতিয়াও বিজলুৱা।

সম্বিৎ ঘূৰাই পোৱাত পৰশু বুঢ়াই ভূতে পোৱা মানুহৰ দৰে কঁপি কঁপি পথাৰৰপৰা গুছি আহিল। আহোঁতে বাটে বাটে গালি পাৰি আহিল; শাও-শপনি দি আহিল কৃষ্ণপুৰৰ মানুহক।

গধূলিৰ এন্ধাৰ কলতলে-বাঁহতলে বিয়পি পৰাৰ লগে লগে ঘুনুক-ঘানাককৈ খবৰ বিয়পি পৰিল যে কৃষ্ণপুৰৰ মানুহ এটা নাই। যোৱা ৰাতিৰপৰা নিৰুদ্দেশ। চহৰত হেনো কিবা কাম কৰিছিল সি। দীনজয় সোণাৰীৰ পুতেক। হৰিনাথ।

একে সময়তে মুছলমান গাঁওখনত হুৱা-দুৱা লাগিল। ছবিকৰ জীয়েকজনী—ৰেজিয়া—হেনো আপোনঘাতী হ'ল।

মানুহৰ চোতালে-পদূলিয়ে, দোকানে-পোহাৰে ঘটনাটো তৎক্ষণাৎ নতুন নতুন কাহিনীৰে জীপাল হৈ উঠিল। দুই এক্ৰে হৰিনাথৰ কথা কওঁতে ৰেজিয়াৰ নাম ললে। ৰেজিয়াৰ নাম লওঁতে মৃত শিশুটোৰ কথা ক'লে। পৰশু বুঢ়াই নিতাল মাৰি ৰ'ল।

---

# নিয়ঁৰৰ ফুল

"মনি, ঐ মনি" চোতালৰ দাঁতিত থিয় হৈ ৰত্নই চিঞৰ দিলে।

"মনি"

নাই।

"গীতা"

নাই। তাইক আৰু ক'ত পায়? ভৰি নচুৱাই নচুৱাই খাব পাই-ছেতো বাপেকৰ তেজখিনি। ৰত্নই চিঞৰিলেহে চিঞৰিলে। কাৰো মাত-বোল নাই। তাৰ চিঞৰ কেইটা পুনৰ তাৰ কাষলৈকে ওভতি আহিল নিচেই শীতল হৈ। এই তিনি সন্ধ্যাতেই শুলে নে ইহঁতে? মই মানুহজন বাহিৰলৈ গৈছোঁ, অলপ সময়তো বাট চাব পাৰ? হেৰৌ, চুবুৰীৰ মানুহে এতিয়াও খোৱা-বোৱাই কৰা নাই অ'। শুনা নাই নে, দখিহঁতৰ ঘৰত দেখোন সেই অকণমানি ছোৱালীজনীয়েই এতিয়ালৈকে ধান বানি আছে? আৰু তহঁতে কৰিছ কি? শুই পৰিছ। মানুহটো আহিছোঁ এই ঠেৰেঙাল গা জাৰখনত; তহঁতে যদি গৰম পানী অলপ কৰি দিলিহেঁতেন; জুহালতে যদি জুইকুৰা অলপ ফুৰাই দিলিহেঁতেন, তেতিয়াহে কথা এটা। নহলে, তহঁত কিহৰ ছোৱালী, কিহৰ তিৰোতা হ'লি? ইমানদিনে মিছাকৈহে মৰিছোঁ তহঁতৰ বাবে।

মৰাপাটৰ আঁটিটো চোতালৰ সোমাজতে বগৰাই থলে ৰত্নই। মূৰটো এতিয়াহে অলপ পাতল পাতল লাগিছে। ইমান দূৰ বাট! ক'ত বকুলবাৰী আৰু ক'ত শণপুৰ। ৰত্নই বুলিহে মূৰত এই প্ৰকাণ্ড বোজাটো লৈও খোজ কাঢ়ি আহিব পাৰিছে ইমান দূৰ বাট।

নাই। ইহঁতে দুৱাৰ খোলাৰ কোনো উমঘাম নাই। অৱশ্যে, মানুহ যদি অচিনাকি, তেতিয়া বেলেগ কথা। সাৰ পায়ো ইহঁতে দুৱাৰ খুলি নিদিব পাৰে। ভয় কৰেতো; তিৰোতা মানুহ।



মুনিহটো এদিন ঘৰত নেথাকিলেই ইহঁতৰ মুখত পানী নেথাকে। তাতে গীতা আছে লগত। দিন-ৰাতি কেৱল সেয়েই চিন্তা; যেন দকৃদকীয়া জুই আঙঠা এটিহে সিহঁতে বান্ধি ৰাখিছে আঁচলত কোনেও গম নোপোৱাকৈ অতি সন্তৰ্পনে। কোন মুহূৰ্তত আঁচল পুৰি যায় কোনে জানে?

কিন্তু, আজিতো সি মাতিছে নাম ধৰি—মণি, গীতা দুয়োকে। তাৰ মাতটো জানো সিহঁতে ধৰিব পৰা নাই? কি ঠিক! মাতটো ভিতৰ সোমাই নেযাবও পাৰে। হয়, তাৰেই ভুল হৈছে। কোনোবা দিনাৰপৰাই কৈ আছিল মণিয়ে—ঘৰটো দিনতে কিবা ঘোপমৰা অন্ধকাৰ হৈ থাকে। বাটৰ ফালে খিৰিকী এখন কাটিব লাগিছিল। নহলে, বাহিৰত কোনে কাক মাতে একো বুজিব নোৱাৰি।

এটা সময়ত মণিয়ে কৈছিল কথাটো; আৰু এটা সময়ত ৰত্নই পাহৰি থাকিল। গতিকে খিৰিকী এখন হৈ নুঠিল।

সি গোহালিৰ ফালে আগুৱাই গ'ল। ইহঁতৰ যি স্বভাৱ; কিজানি গৰু দুটাকো শুকাই মাৰিছে আজি। তাতে গাইজনীও গাভিনী হৈছে। চেউৰীজনীক লৈ অৱশ্যে সিমান ভাবিব লগীয়া নাই। কিন্তু!

সাঁতোৰাৰ দৰে দুয়োখন হাতেৰে এন্ধাৰবোৰ ফেৰি ফেৰি সি গোহালিৰ মুখত থিয় দিলে। ঘন এন্ধাৰ। তথাপি যেন সি কিবা এটা দেখা পালে, কিবা এটা অনুমান কৰিলে। ইহঁতে গৰু দুটা বন্ধাই নাই আজি। আৰু চেউৰীজনী? ক'তা, নাই দেখোন। সি ঠাইতে হাত দুখন মেলি দি এপাক ঘূৰিলে। নাই। চেউৰীজনী নাই। বন্দাই নাছিল হব পায়। পেটৰ কলমলনিত ৰব নোৱাৰি গুচি গৈছে ক'ৰবালৈ।

খঙতে ৰত্নৰ গাটো জ্বৰ ঘমাদি ঘামি উঠিল। সব, ধ্বংস কপলীয়া। এদিন মানুহটো ঘৰত নেথাকোতেই ইহঁতৰ ইমান উৎপাত! ক'ত মৰিছিল ইহঁত, যে গৰু দুটা বান্দিবলৈকো সময়

নেপালে ? গাইজনীৰ পেটটো এনেয়ে এবাৰ ৰত্নই পিহি দিলে— এই দুটা জীৱৰ শাওপাত নপৰিব নে তাৰ ওপৰত ! এটা নোমাল বিছা জোকাৰি পেলোৱাৰ দৰে গাইজনীয়ে তাৰ হাতখন জোকাৰি দিলে। ৰত্নৰ বুকুখন বাৰে বাৰে মোচোকা খাই উঠিল।

কৰবাত কিজানি বাৰীৰ পিচফালেই ধোঁৱা-বন পাগুলি আছে, এই ভাবি সি এন্ধাৰতে সৰু সৰুকৈ 'আহ আহ' বুলি দুবাৰমান মাতিলে। বিশাল সমুদ্রৰ পানীত উমলি ফুৰা পোনামাছৰ দৰে তাৰ মাতটো অন্ধকাৰৰ বুকুত হেৰাই গ'ল। নাই; চেঁউৰিৰ লিট্‌পিট্ নাই—কাণৰ জোকাৰণি এটাও নুশুনিলে সি।

পোনছাটেই আহি সি পিৰালিত থিয় হ'ল কিছুসময়। দীঘল দীঘলকৈ উশাহ কেইটামান ললে। তাৰ পিছত, প্রচণ্ড জোৰেৰে দুৱাৰখনত গোৰ মাৰি দিলে। বিকট শব্দ এটা কৰি দুৱাৰখন খুলি গ'ল। ভিতৰ সোমাই ৰত্ন পুনৰ অবাক। ক'তো এগছ চাকিও ইহঁতে জ্বলাই ৰখা নাই। ঘিটমিটিয়া এন্ধাৰ ভিতৰখন। মজিয়াত ভৰি দিয়েই তাৰ গাটো শিঁয়ৰি উঠিল—শিল যেন চেঁচা! তথাপি যেন ৰত্নই কিবা এটা বুজি পালে, কিবা এটা উপলব্ধি কৰিলে হঠাৎ। বুজা-নুবুজা এইভাৱে তাৰ মনৰ উলুৱনি বনত এটা বাটলুগুটীয়া চৰাই হৈ লুকা-ভাকু খেলিবলৈ লাগিল। সোঁভৰিখন মজিয়াত চোঁচৰাই দি সি অনুভৱ কৰিলে—এয়া, মজিয়াখন একেবাৰে ধূলিয়তি হৈ আছে। সি নথকাত এইখন ঘৰলৈ আজি যেন বহুবোৰ মানুহ আহিছিল—চিনাকি, অচিনাকি, বহুত মানুহ; আৰু যেন সকলোৱে যাবৰ পৰত মজিয়াত গোৰ একোটা মাৰি তাক গালি পাৰি গৈছে; শাওপাত দিছে— তই মুনিহটো হৈ ঘৰখন কেনেকৈ ৰাখিব লাগে নেজান? অতদিনে আমি চিঞৰিয়েই আছিলোঁ, বোলো তঁহতে অলপ চাই-চিতি চলিবি। শণপুৰ গাঁও আৰু গাঁও হৈ থকা নাই; বাৰে বিজতৰীয়া মানুহেৰে শণপুৰৰ শাকনি—বননি, ভাতঘৰ-ভঁৰালঘৰ ভৰি পৰিছে! নাই, নুশুনিলি! যা, এতিয়া—ক'ত!



বহুপৰ জুই ফুৱাই থকা মানুহৰ দৰে ৰত্নৰ মূৰটো আচন্দ্ৰাই কৰিবলৈ ধৰিলে। ঠাইতে বহি পৰি চেপা মাতেৰে মণিক মাতিলে —এবাৰ, দুবাৰ, তিনিবাৰ। তাৰপিছত, গীতা বুলি মাতিবলৈ লওতেই যেন সি শোৱনি-কোঠাত সৰু উশাহৰ শব্দ এটা শুনিবলৈ পালে। মুখলৈ অহা শব্দটো সি তৎক্ষণাৎ গিলি থলে।

সি যেতিয়া মূৰতুলি চায়, তেতিয়া হাতত চাকি এটা লৈ মণি থিয় দি আছে তাৰ নিচেই ওচৰত। চাকিতো সস্তৰ তেল নাই। চিয়াহী দোৱাতৰ চাকি--বাহিৰৰপৰা তেলবোৰ দেখি। নুমাও নুমাও বুলিও যেন কিবা এটা উৎসাহত চাকিটো জ্বলি আছে। পোহৰত সি একোবাৰ মণিৰ গাটো স্পষ্ট দেখিছে, একোবাৰ মুঠেই মনিব পৰা নাই। এৰা, তাই ইমান কিয় জটলা হৈ আছে? গাৰ কাপোৰবো একো ঠিক নাই। তাইৰ বয়সৰ তিৰোতাই এতিয়াও চাৰ্কাচত খেল দেখুৱাই ছোৱালী হৈয়ে আছে। সেই যে, সিদিনা খেল দেখুৱাইছিল ছোৱালীজনীয়ে! কি চাবা, যেন পকা নিটোল বিলাহী এটাহে বাগৰি গৈছে। পিছতহে গম পালে ৰত্নই। বজাৰলৈ আহিছিল হব পায় গিৰিয়েকৰ সৈতে; একেবাৰে শুকান শিলিখা গুটি। ক'ত সেই মঙহাল বুকু, ক'ত সেই ৰঙাগিলিপ লগোৱা গাকৰ দৰে তপিনা!

ৰত্নৰ গাটো পিৰপিৰাই গ'ল। "হোঁ, তই কোন দিনা মোৰ আগত এনেকৈ ওলাই পাইছিলি?" সি মুখখন মোহাৰি ললে।

"কিয়, মতা শুনা নাছিলি?" নিজৰ মাতটোকে কিবা আচহুৱা যেন লাগিল ৰত্নৰ। মণিয়ে নেমাতিলে।

"দিন দুপৰতে যে এনেকৈ শুই পৰিছ, কিয় ক'ত গোটেই ভাওনাখন চাবলৈ গৈছিলি অ'?"

ৰত্নৰ গাটো ঘিউ উতলাদি উতলি উঠিল।

এবাৰ চাকিটো হঠাৎ ভমক্‌কৈ জ্বলি উঠিছিল—এতিয়াহে সি তাইৰ মুখখন দেখিলে ভালকৈ।

"উৰা, চকু-মুখ দেখোন উখহাই পেলাইছ ? কিয়, কিহৈছে, মুখেৰে নেমাত কিয় ? হোঁ !"

চাকিৰ পোহৰত যেতিয়া সি শোৱনি কোঠালৈ চালে তেতিয়াহে তাৰ বুকুখন, চিৰিংকৈ গ'ল। সি বাটে বাটে যি ভয় কৰিছিল, সেয়ে হৈছে—ঠিক সেয়েই ঘটিছে তাৰ ঘৰত। কোনে এই কামোৰটো মাৰিলে তাৰ কলিজাত ?

"কিয়, তই ক'ত মৰিছিলি ?" বুলি ৰত্নই মণিৰ কঁকালত প্ৰচণ্ড জোৰে গোৰ এটা মাৰি দিলে। মানুহজনী হামখুৰি খাই পৰিল মজিয়াত। তাইৰ হাতৰ চাকিটোও উফৰিগৈ তেজবতিওৱা মানুহৰ দৰে তেলবোৰ ওলাই ওলাই এসময়ত নুমাই থাকিল। সি চকুদুটা মুদি দিলে জোৰকৈ—যেন কোনোবাই তাৰ দুয়োটা চকুতে চুডাল তপত লোৰ শলাহে খুচি খুচি সুমুৱাই দিছে দ'লৈকে। হুকহুককৈ কান্দি দিলে ৰত্নই। গীতাৰ বিচনাখনত উবুৰি হৈ পৰি সি আকৌ এবাৰ চিঞৰি চিঞৰি কান্দিলে।

ৰাতিৰ নিৰ্জনতা আৰু গভীৰ হৈ পৰিছিল লাহে লাহে। এন্ধাৰৰ ডাঠ চামনিয়ে গোটেইখন ঢাকি ধৰিছে—কুম জেলেকুৱাই ধৰা এৰা গছৰ দৰে। বাহিৰত ঘনঘনকৈ নিয়ঁৰ পৰিছে, বৰষুণ অহাদি। বহুদূৰত কিবা অচিন চৰায়ে ভিজা ডেউকা জোকাৰি দিয়া শব্দৰ লগে লগে চেঁচা বতাহত সৰু সৰু বাজনাৰ শব্দও উঠি আহিছে। কি-জানো হৈছে—শণপুৰৰ মানুহক ইহঁতে বলিয়া কৰিছে আহি আজি ছদিন মানৰপৰা। নামঘৰৰ চোতালতে বিৰাট ৰভা এখন দি ক'ৰ-বাৰ মানুহ কেইটামানে ভাওনা পাতিছেহি। স্কুলঘৰৰ পথাৰতো ক'ৰবাৰ চাৰ্কাচৰ দল এটা বহিছেহি। দিন নাই, ৰাতি নাই—কেৱল গান, বাজনা, খেলা। সঁচা, শণপুৰৰ মানুহ বলিয়া হৈছে। ৰাতি দোভাগতো বাৰে-বঙলুৱা মানুহে শণপুৰৰ ভিতৰ-বাহিৰ পিয়াপি দি থকা হ'ল। যাওঁ বুলি এঠাইলৈ যাব নোৱাৰা হ'ল। জীয়ৰী-বোৱাৰীহঁতে ইঘৰ সিঘৰ কৰোঁতে গা বচাই ফুৰিব লগা হ'ল।



সিদিনাতো কথা বিষমেই হব খুজিছিল। পীতাম্বৰ দৰ্জিৰ জীয়েক মালিতাক হব পায়, চাৰ্কাচৰ মানুহ এটাই বাটতে পাই হাতত খাপ মাৰি ধৰিছিল। তাইৰ হাতত দহটকীয়া নোট দুখন দিছিল। হাঁহিছিল। সৰু সৰুকৈ কথা পাতিছিল। শেষত সি তাইক এনে এযাৰ কথা সুধিছিল যে মালিতাই একেবাৰে লাজ-অপমানত মুচকচ গৈ আগ-পাছ নুশুনি চিঞৰি দিছিল। গাঁৱৰ মানুহ গৈ ঘটনাস্থলীত উপস্থিত হলতহে মানুহটোৱে ভিৰাই লৰ দিলে ধাননিৰ মাজে মাজে।

বুঢ়া-মেথাবোৰে কবলৈ ধৰিছে—এইবাৰ গাঁৱত ভূত লম্ভিছেহি।

গোহালিত গাইজনীয়ে ঘনঘনকৈ নেজ জোকাৰিছে; দূৰত বাঘৰ গোন্ধ পোৱাৰ দৰে নাকেৰে অদ্ভুত শব্দ এটা কৰিছে। চেউৰিজনী এতিয়াও অহা নাই। হয়তো তাইক আৰু বিচাৰি পোৱা নেযাব ক'তো। এই কেদিন নদীয়েদি মৈমনচিঙিয়াহঁতৰ নাৱবোৰো অহা-যোৱা কৰিছে খুব বেছিকৈ।

কিন্তু; গীতা! তাইক—

ৰত্নৰ বুকুখন চতিয়না গছৰ চেঁইৰ দৰে ফাটি যেন চিটিকি পৰিল। গীতা! সেইজনী গীতা—ৰঙা ফ্ৰকটো পিন্ধি দৌৰি ফুৰা; সেইজনী গীতা—চখন্তে মাকৰ চাদৰ ব্লাউজ পিন্ধা গীতাজনীয়ে এদিন সঁচাকৈয়ে চাদৰ-মেখেলা পিন্ধি জপিয়াই ফুৰিছিল!

ৰত্নৰ চকুৱে মণিক বিচাৰি ফুৰিলে এন্ধাৰ কোঠালীত। হঠাৎ যেন এক অচিনাকি অনুভূতিত তাৰ মন সেমেকি উঠিল।

"মণি, শুনিছ, ঐ মণি" বহুদিন টিনপাত জাপি থোৱা কেঞ্চাবনৰ দৰে তাৰ নিৰ্জীৱ মাতটো লাহে লাহে দাংখাই উঠিল, "মণি, এইফালে আহচোন।" পিচৰ ফালে ৰত্নৰ মাতটো বহুত কোমল হৈ ওলাল।

"গাঁৱৰ মানুহে কি ক'লে আহি ?"

"ওঁ, কি কব ?"

"দৈমাৰীলৈ খবৰ পঠিয়াইছিলি নে ?"

"ওঁ, মোমায়েক আহিছিল নিজে।"

"পিছে ?"

"বিচাৰিলে পাত পাতকৈ। এতিয়া উপায় হেনো একেবাৰে নাই।" বৰশী ডিঙিত লগা শিঙৰামাছৰ দৰে ৰত্নই এবাৰ বিকৃত গোঙণি এটা মাৰিলে। স্কুলঘৰৰ পথাৰত চাৰ্কাচৰ বাজনা তেতিয়াও বন্ধ হোৱা নাই। হয়তো সেই নোদোকা ছোৱালীজনীয়ে হাতত ফুলাম ছাতি এটা লৈ লোৰ তাঁৰডালৰ ওপৰেদি খোজকাঢ়ি গৈছে ৰহস্যময় গতিৰে। মাজে মাজে বতাহত তাইৰ ফ্ৰকটো একোবাৰ দাং খাই গৈছে। জবাফুলৰ দৰে টিকৃটিকিয়া ৰঙা জাঙিয়াটো ওলাই পৰিছে। লগে লগে গেলেৰীবপৰা ভাঁহি আহিছে সুহুৰিৰ শব্দ। বিশেষ আসনত বহা ভদ্ৰলোকৰ চকীবোৰ মেটমেটাই উঠিছে।

গোঁসাই ঘৰৰ চোতালতো চলি আছে 'সাবিত্ৰী-সত্যবান'ৰ শেষ-ছোৱা—যমৰাজে কৈছে গদ গদ সুৰত, "সাবিত্ৰী, তুমি এতিয়াও উভতি যোৱা নাই ?" ৰত্নই কাণদুখন দুহাতেৰে জোৰকৈ হেচি ধৰিলে।

"কিয়, তই ক'লৈ গৈছিলি ? মই কোৱা নাছিলোঁ ? তোক মই যাওঁতে দঢ়াই দঢ়াই কোৱা নাছিলোঁ ?"

"ওঁ" মণিয়ে কলে, "ৰুদ্ৰৰ মাকে মাতিছিল এবাৰ, তামোল এখন থাবলৈ। গৈছিলোঁ—ঘৰৰ পাণকেইখিলাও শুকাই উবাই কিবা ধঁপাত যেন হৈছে।"

"অঁ"।

"মই গলোঁ এফালে, আৰু তায়ো গ'ল গাটো ধোওঁ বুলি ফুলইঁতৰ পুখুৰীটোলৈ—কিবা হেনো লেতেৰালেতেৰা লাগি আছে গাটো।"

ৰত্নই সোঁ ভৰিখন জোৰকৈ বিচনাত মাৰি দিলে।

"মই ৰুদ্ৰইঁতৰ তাত থাকোতে তাই হবলা আহিছিল গা ধুই ঘৰলৈ।" ৰত্নই ঢলংপলংকৈ চোতাললৈ নামি গ'ল—চোতালৰ সেই চুকটোলৈ য'ত সাধাৰণতে গীতাই গাধোৱা কাপোৰবোৰ থুপ কৰি থয় তক্তা এখনৰ ওপৰত।



আছে। হাতেৰে চুবলৈ তাৰ কিবা বেয়া বেয়া লাগিল। কব নোৱাৰাকৈয়ে তাৰ মনলৈ গীতাৰ প্ৰতি ঘৃণা, অচিনাকি এনেকুৱা ভাব এটা আহি পৰিছে। কাষত পৰি থকা মাৰিডালেৰে সি লিৰিকি বিদাৰি চালে—গামোচাতকৈ দীঘল চাদৰ, চুটি মেখেলা আৰু এটা চুটি চোলা ; এতিয়াও তিতি আছে। তাৰ মানে তাই গা ধুই ঘৰলৈ আহিছিল ; আহি কাপোৰ-কানি সলাইছিল।

তাৰপিছত ?

কিবা যেন নেভাবো বুলিও ভাবি ললে ৰত্নই, মণিয়ে আৰু শণপুৰৰ গোটেই জাক মানুহে : গীতা নিৰুদ্দেশ হৈছে। হয়তো কোনোবাই পলুৱাই নিছে, হয়তো তাই নিজেই গৈছে কোনোবাৰ লগত ইচ্ছা কৰি ; শণপুৰৰ ল'ৰা-ছোৱালী বলিয়া হৈছে।

"ওঁ, এতিয়া কি কৰিব খুজিছ কৰ।" ৰত্নই কথাষাৰ এনেকৈ কলে যেন গীতা তাৰ কোনো নহয়, গীতাৰ লগত তাৰ একো সম্পৰ্ক নাই ; গীতা নামৰ এইজনী ছোৱালী কোনোদিনে তাৰ নিজৰ ছোৱালী নাছিল ; আৰু আছিল যদিও তাই মৰি-জহি ভূত হৈ গৈছে ইমানদিনে।

চেঁচা বতাহ এজাকে কাপোৰৰ মাজতে তাৰ গাৰ হাড়বোৰ কঁপাই দি গ'ল জনজনকৈ। সি বুজিলে ৰাতি গহীন হৈছে। গাঁৱৰ মানুহ শুই নিঃপালি দিছে। আনকি চাৰ্কাচৰ বাজনাও কোনোবা এটা সময়ত বন্ধ হৈ গৈছে। ভাওনা তো কেতিয়াবাই শেষ হ'ল। বুকুখন কিবা শুদা শুদা লাগিল ৰত্নৰ। গোটেই নিশাটো সি গৰম তেলত পেলাই দিয়া কাৱৈ মাছৰ দৰে চটফটাই থাকিল।

নিচেই পুৱাতে সি সাৰ পালে। বিচনাত পৰি পৰিয়েই সি যেন এটা অনুমান কৰিলে হঠাৎ : গীতা আহিল হবলা ঘূৰি !

"কিয়, মোক কথাটো কৈ যাবৰো সময় নোলাল তোৰ ?"

"নেদেখিছা মা ; বিনীতা পেহীয়ে ধৰিলে এৰি দিব বুলি ভাবিছা নে কি ? ভাওনালৈ আহিছিল। মোক লৈ গ'ল ভাওনালৈ। তাৰ পিছত ঘৰলৈ। বহুদিন হেনো যোৱা নাই। পিতাইতো যাবলৈ সময়কে নাপায় ; আৰু তয়ো জানো ঘৰথন এৰিব পাৰ ?"

এয়া স্পষ্টকৈ শুনিছে সি গীতাৰ মাত !

"আমি ইফালে হাহাকাৰ কৰি মৰোঁ ; তই সিফালে পেহীয়েৰৰ লগত ফুৰ্তি কৰি আছ !"

গীতাই খিল্ খিল্কৈ হাঁহি দিলে। ৰত্নই শুনিলে যেন নিয়ঁৰত তিতি থকা শেৱালি জোপাহে কোনোবাই জোকাৰি দিছে—টপ্ টপ্কৈ সৰি পৰিছে ফুল আৰু নিয়ঁৰৰ টোপাল। সি হাত দুখন এনেয়ে এবাৰ মেলি দিলে। ক'তা, মণি দেখোন নাই! তেন্তে গীতা আহিল সঁচাকৈয়ে! একেজাপেই সি বিচনাৰপৰা নামি আহিল ; মিছামিছি ইমান শাস্তি ?

গীতা, মণি আৰু বিনীতা পেহীহঁতৰ অনিল—আটাইকেইটাই চোতালত থিয় দি কথা পাতিছে হাঁহি হাঁহি। সি এবাৰ মণিলৈ চালে —তাই বেঁকা হৈ থিয় দিছে ; কঁকালখন ঠিক পোনাব পৰা নাই। ৰত্নৰ নিজকে খুব দুৰ্বল, খুব ইতৰ যেন লাগিল। গীতাৰ মুখলৈ চাওঁ বুলিও সি চাব নোৱাৰিলে। কলপতীয়া কাপোৰ এজোৰ পিন্ধিছে তাই ; এইজোৰ সাধাৰণতে তাই বিয়াই-সবাহে হে পিন্ধে।

কাকো মাত-বোল নকৰাকৈ সি বাৰীৰ পিছফালে গ'ল। সেইফালে শব্দ এটা হৈছে, ধাঁহ-পাত আঁজোৰাৰ দৰে। ঠিকতো নাই, ৰাতিতে আহি থাকিবও পাৰে।

হয় ; আহিছে। এয়া, গোটেইজনী একেবাৰে বোকাত লেটি-পেটি হৈ আহিছে। মোহনহঁতৰ সিন্ধী দমবাটো কমতো ডকাইত নহয়! থপৰিয়াই থপৰিয়াই সি তাইৰ গাটো পৰিষ্কাৰ কৰি দিলে। তাইৰ গাৰপৰা অদ্ভুত গোন্ধ এটা ওলাইছে ; গোন্ধটো তাৰ নাকত কিবা বিসদৃশ যেন লাগিল।



ঠিক কাৰ মাত সি ধৰিব নোৱাৰিলে ; দূৰৰপৰা মণি আৰু গীতাৰ মাত একেই শুনি। কোনোবা এজনীয়ে কৈছে, "গাঁওখন আজিৰপৰা মুকলি মুকলি লাগিব। অপেৰা পাৰ্টিটো যাব। চাৰ্কাচ পাৰ্টিৰো মানুহ এজন হেনো মৰিল বহু ওপৰত খেল দেখুৱাওতে ৰচী ছিঙি।" পিছৰখিনি সি নুশুনিলে ভালকৈ। বেলিৰ পোহৰে তাৰ চকুত ধৰিছে। শাকনিডৰালৈ চাই সি নিজে নিজে কৈ উঠিল—আ, ইহঁত ইমান ডাঙৰ হ'লহি। পানী-ছুনি দিলে নে নাই কোনোবাই।

"গীতা, ঐ মণি। চাওঁ, পানী একলহ লৈ আহচোন।"

শণপুৰ গাঁৱৰ ধাঁহনি-বননি ৰত্নৰ মাততে সাৰ পাই উঠিল।

———

# মানুহ আৰু চৰাই

পূৱে ঢলফাট দিওঁতেই সি সাৰ পালে। আনদিনা এইখিনি সময়ত সি পথাৰলৈ যায়। পথাৰত গৈ দলি চপৰাবোৰ জাপি জাপি আলি সাজে। পানী সিঁচে আৰু ৰোৱা ৰোৱে। আজি কিন্তু বিচনাৰ পৰা তাৰ উঠিবলৈ মন যোৱা নাই। পথাৰলৈও যোৱা নাই আজি ছদিনে। যোৱাবেলি খেতি ভাল হৈছিল। এইবেলি একো নহব। এই ছদিন তাৰ ভাল টোপনি হোৱা নাই। বেয়া সপোন দেখিছে; টোপনিতে ভোৰভোৰাই কিবাবোৰ বকিছে। একোবাৰ মাজনিশা 'মইনা মইনা' বুলি চিঞৰিছে। তাৰ মনটো বেদনাৰে ভৰি পৰিল।

এৰা, মইনাৰ বাবেই সি ইমান কষ্ট পাইছে। তাই বাৰু কি আনন্দটো পাইছে তাৰ মনত দুখ দি? মইনা, ম-ই-না—সি মুখৰ ভিতৰতে এবাৰ বিৰবিৰালে। মইনা তাৰ মৰমৰ চৰাইজনীৰ নাম। আজি ছদিন হ'ল তাই ক'ৰবালৈ গুচি গৈছে। ঘূৰি অহা নাই। হয়তো আৰু নাহে। কলিজাৰ কোনোবা অংশত সি এটা বিষ অনুভৱ কৰিলে। কোঁচখাই সোত-মোচ হৈ পৰা বিচনাৰ কাপোৰখন সোঁ ভৰিৰ বুঢ়া আঙুলিটোৰে ঠিক কৰি দি সি পোন হৈ শুলে। কঁকালত পাক খাই থকা কেথাখন টানি আনি উদং পেটটো ঢাকি দিলে। খাগৰিৰ বেৰখনৰ সুৰুঙাৰে বাহিৰৰপৰা এছাটি শীতল বতাহ সোমাই আহিল। বেৰৰ জলঙাৰে ৰাতিপুৱাৰ কোমল ৰ'দৰ জিলিঙনি আহি তাৰ মুখত পৰিছে। গলিত সুৱৰ্ণ যেন এচেৰেঙা ৰ'দ। এইবাৰ সি মূৰে-গায়ে কাপোৰখন ল'লে। নাভাবোঁ বুলি জোৰ কৰি চকুদুটা মুদিবলৈ চেষ্টা কৰিও সি ব্যৰ্থ হ'ল—মইনাৰ চকুযোৰ তাৰ মনৰ পৰ্দাত স্পষ্ট হৈ উঠিল। নীলা এযুৰি চকু। হালধীয়া ঠেংদুটি।



তাইৰ তলপেটৰ কদমফুলীয়া নোমখিনিৰ বগা ৰংটো সি পাহৰিব নোৱাৰে! ভাবি ভাবি সি এনেয়ে এবাৰ বাহিৰৰ কোলাহললৈ কাণ কৰিলে। ক'ৰবাত যেন তাক কোনোবাই 'ককাইটি' বুলি মাতিছে। তন্দ্ৰালু চিন্তাৰ সমুদ্ৰত ডুব মাৰি সি শুনিলে, সেয়া মইনাৰ মাত। নেহাৰ হাবিৰপৰা যিদিনা তাইক ধৰি আনিছিল, সিদিনাই সি তাইক শিকাইছিল--'ককাইটি' বুলি মাতিবা দেই। মইনাই মাতিছিল সেইদৰে। এৰা, সিতো তাইক কম মৰম কৰা নাছিল। সি ভাত খাবলৈ বহিলে তাইকো কাঁহীখনৰ একাষে খাবলৈ দিছিল। খুটি খুটি খাইছিল তাই। কোনো দিনে অকণো লেতেৰা নকৰে। জানে, ককাইটি অকলশৰীয়া মানুহ। তাৰ কোনো নাই। দীঘল ঘটিটোৰ পৰা মইনাই খোৱা পানীখিনিকে সি ঢক্ ঢক্কৈ পি খাইছিল এক অজান তৃপ্তিত।

'মইনা, আজিৰ মোৱামাছখিনি বৰ সোৱাদ হৈছে?' কেতিয়াবা সি তাইৰ লগত কথা হয়। মূৰটো তুলি তাই তাৰ চকুলৈ চাই থাকে। তাই যেন ক'ব খোজে—'এৰা ককাইটি, বৰ সোৱাদ হৈছে।' পথাৰৰ পৰা ঘামি-জামি আহি সি মইনাৰ মুখলৈ চায়! বেচেৰী! সি নোহোৱাত খুব কষ্ট পাইছে তাই। তায়ো অনুভৱ কৰে, ককাইটিৰ মনত বৰ দুখ। সি পিৰালিত বহি গা জুৰাই থাকিলে তাই কাষলৈ আহে। একোবাৰ তাৰ আগত দেও দি দি নাচে। নাচি নাচি ওচৰৰ গছজোপাত পৰেগৈ। আকৌ আহে। পৰম তৃপ্তিৰে সি চাই চাই মুগ্ধ হয়। চকুৰে-মুখে হাঁহিৰ আভা বিয়পি পৰে। মানুহ আৰু চৰাইৰ মাজত কি সম্পৰ্ক আছে এই কথা ভাবিবৰ অনুপাতে সি সমৰ্থবান নহয় যদিও সি এবাৰ অনুভৱ কৰিলে মইনাই যেন তাৰ সমগ্ৰ সত্তাকে আবৰি আছে। এখন উন্মুক্ত আকাশ—তলত দুটা বিপৰীতধৰ্মী চুম্বক-বিন্দু; সি আৰু মইনা। জীৱন যেন সেই বিন্দুৰ মধ্যৱৰ্ত্তী এডাল ৰেখা। যিদিনাই সেইৰেখা বিন্দু হব, সিদিনাই সি আৰু মইনা, মইনা আৰু সি এক হৈ যাব।

খপ্‌জপকৈ সি বিচনাত উঠি বহিল। বাহিৰত মইনাই মাতিছে। মইনা আহিল কিজানি। ওহো, মিছা। তাৰ গাৰ ভৰত চাঙৰ বাঁহবোৰ মেটমেটাই উঠিছে। নেহাৰ হাবিৰপৰা বনকুকুৰাৰ মাত ভাঁহি আহিছে। এতিয়া হয়তো বাহিৰত ধুলি উৰিছে। উৰি উৰি উঠি গৈছে ওপৰলৈ, বহু ওপৰলৈ। আনদিনা এনে সময়ত সি পথাৰতে থাকে। তাত তেতিয়া ৰিব্‌ৰিব্‌কৈ মলয়া বতাহ বয়। বিলৰ পানীত সৰু সৰু ঢৌ উঠে। বিলৰ পানীতো মইনাৰ চকুৰ দৰে গভীৰ নহয়! প্ৰশান্ত মহাসাগৰৰ নাম সি শুনা নাই। শুনিলেও হয়তো বিশ্বাস নকৰে পৃথিৱীৰ ক'ৰবাত মইনাৰ চকুজুৰিতকৈ অইন কিবা গভীৰতৰ বস্তু আছে বুলি। কেথাখন ভাল দৰে লৈ আকৌ সি শুই পৰিল। কাপোৰৰ উমখিনি বেছ মিঠা লাগিছে। এইবাৰ সি উবুৰি হৈ শুই গাৰুটোত মুখখন গুজি দিলে।

কেতিয়াবা এনেকৈ থাকোতে মইনা ওচৰলৈ আহিছিল। আহি তাৰ পকাচুলিবোৰৰ মাজে মাজে কোমল কোমলকৈ খুটি দিছিল। এক অহৈতুক পুলকত সি তেতিয়া তাইক মাতিছিল—মইনা। অলপ পিছতে ককাইটিৰ মুখত হাঁহি বিৰিঙা দেখিলেই তাই বাহিৰলৈ যায়। আজিতো মইনা নাই। সি কান্দিলে। কান্দোনৰ সৰু সৰু ঢৌবোৰ ৰাতিপুৱাৰ সোণালী বায়ুত তৰংগায়িত হৈ সুদূৰ দিগন্তৰ বুকুত মিলি গ'ল। ময়না হয়তো তাৰো সিপাৰৰ ক'ৰবালৈ গুচি গৈছে। হয়তো তাত এখন সেউজীয়া পাহাৰ আছে। হেজাৰ হেজাৰ নীলা চৰাই তালৈ উৰি আহে। আহি গীত গায়। নাচে। শেহত শিলৰ বুকুত ঠোঁটবোৰ ঘঁহি ঘঁহি ভুৰুংকৈ উৰা মাৰে। কিয়, সি জানো তাইক মৰম কৰা নাছিল? কৰিছিল যদি তাই বাৰু কিয় গুচি গ'ল? কিয়, কিয়?

মুখেৰে বিকট চিঞৰ এটা মাৰি সি আকৌ বিচনাত বহিল। কাপোৰখন আঁতৰাই থলে। ঘৰৰ ছালত কিহবাই মৰ মৰকৈ শব্দ কৰিছে। সাধাৰণতে মেকুৰী বা কাউৰী আদি পৰিলে এনে শব্দ



হয়। হবও পাৰে। ক'ৰবাৰ মেকুৰী এটাই কেতিয়াবা তাৰ ঘৰৰ চালত আহি নিগনি আৰু শলীয়া বিচাৰে। তাৰ খোজে খোজে ঘৰৰ খেৰবোৰত তেনেকুৱা মাত এটা উঠে।

বিচনাৰপৰা নামিব খুজি সি ভয় খাই গ'ল জানোচা চাংখন মেট মেটাই উঠে। সেই কাৰণেই প্ৰথমতে হাত দুখনেৰে বিচনাখন জোৰেৰে হেঁচি ধৰি সি বহাৰপৰা সোঁ ভৰিখন নমাই দিলে। লাহে লাহে বাওঁ ভৰিখনো। তাৰপিছত লাহেকৈ হাতদুখন এৰি দি সি মাটিত থিয় হ'ল। চকুৰ ফেচকুৰি গুচাই সি বিচনাখনলৈ চালে। বাঁহৰ চাংখনত বগা কপোৰ এখন সি নিজে পাৰি লৈছে। এটা গাৰু আৰু এখন কেথা। অ'ত ত'ত ফাটিছে; সুতা এৰাই গৈছে। ঘৰৰ ভিতৰতে সি এবাৰ ইমূৰৰপৰা সিমূৰলৈ খোজ কাঢ়িলে। কলগছৰ ভুৰত উঠা মানুহৰ দৰে খোজবোৰ অনিৰ্দিষ্ট হৈ পৰিছে। থাগৰিৰ বেৰখনত ফাঁচি দিয়া মানুহৰ দৰে থালৈটো ওলমি আছে। কাষতে পল' আৰু জাকৈখন। এসময়ত পল' আৰু জাকৈৰে মাছ মাৰিছিল সি আৰু পত্নীয়ে। এতিয়াও যেন তাত কিবা এটা মোহ, কিবা এটা আবেশ লাগি আছে। দুখোজমান বেৰৰ ফালে আগুৱাই গ'ল সি। জাকৈখন এবাৰ চুই চাবৰ মন গৈছে তাৰ। মনৰ ভিতৰতে সি এবাৰ চমকি উঠিল। পিছ মুহূৰ্ততে কিবা ভাবি সি আঁতৰি আহিল। এবাৰ পাক ঘৰলৈ আগুৱাই গ'ল সি। সৰু সৰু কেৰাহী দুখন কাটি হৈ পৰি আছে। অ'ত ত'ত ভাত কেইটামান সিঁচৰিত হৈ আছে। নিমখৰ চুঙাটোৰ মুখত মকৰাই জাল বান্ধিছে। কাষতে শলিতা নোহোৱা চাকিগছ। আজি কেইদিনমান সি ভাত-পানীৰ নামেই লোৱা নাই। মইনাৰ চিন্তাই তাক খুলি খুলি খাইছে।

ঘৰৰ ভিতৰতে সি এবাৰ পায়চাৰী কৰিলে। ৰাতিপুৱাৰ মৌনতাই উদং ঘৰটোৰ শূন্যতাখিনি আৰু বেছি জয়াল কৰি তুলিছে। কিবা এটা ৰিঙা ৰিঙা সুৰ ওপঙি ফুৰিছে। ঘৰৰ চালৰ শব্দটো ক্ৰমে পূৱৰ পিনে নামি অস্পষ্ট হৈ গৈ পৰিছে। প্ৰাণীটো নামি গ'ল কিজানি।

বাঁহৰ ছুৱাৰখন মেলি সি বাহিৰৰ নিস্তব্ধ পৃথিৱীখনলৈ চালে। ওখ ওখ গছবোৰৰ আগত প্ৰভাতী সুৰুযৰ সোণালী কিৰণে জুম পাতিছেহি। অলপ পৰ বৈ সি অনুমান কৰিলে ঘৰটোৰ পিনে যেন কিবা এটাই ডৌকা কোবাই আহিছে। সি বাহিৰ ওলাই আহিল। ইকালে-সিফালে চালে। এৰা, মইনা আহিছে! বহুত শকত হৈছে তাই। চকুদুটা আৰু বেছি নীলা হৈছে। পাখিবোৰৰ চিকৃমিকনি দুগুণে চৰিছে। ককাইটি বুলি চিঞৰি তাই তাৰ কান্ধত পৰিলহি। কোন মুহূৰ্তত তাৰ মুখৰপৰা মইনা শব্দটো ওলাই গ'ল সি গমকে নাপালে। দুয়োহাতেৰে তাইক বুকুত সাৱটি লৈ সি এক মধুৰ আমেজত চকুদুটা মুদি দিলে। মইনা আগতকৈ বহুত গধুৰ হৈছে। এইবেলি তাই কণী পাৰিব। কিছুদিনৰ আগৰপৰা সিও অৱশ্যে লক্ষ্য কৰিছিল মইনা যেন বেছি চঞ্চল, বেছি ৰচকী হৈ পৰিছে। এতিয়াও মনত পৰে, যোৱাৰ আগদিনা ৰাতি তাই টেটুফালি চিঞৰিছিল।

মইনাৰ চকুজুৰিলৈ চাই তাৰ ভয় লাগি গ'ল। তাই যেন কৈছে— ককাইটি, এইবেলি আমাৰ সংখ্যা আৰু বাঢ়িব। এদিন পদুমীয়ে তাক কৈছিল—মই মা হবলৈ ওলাইছোঁ। সেয়ে কাল হ'লগৈ। প্ৰথম সন্তানটো জন্ম দিবলৈ গৈ পদুমীয়ে চকু মুদিলে। ভাবি ভাবি সি মইনাক জোৰেৰে সাৱটি ধৰিলে। তাইৰ তলপেটৰ বগা কদম-ফুলীয়া নোমকেডাল লিৰিকি-বিদাৰি সি এক গভীৰ বেদনাত আকাশলৈ চালে। আকাশত তেতিয়া কাঁচৰ কাঁহী এখনৰ দৰে স্বচ্ছ বেলিটোৱে ভুমুকি মাৰিছে।



# অলঙ্কাৰ

মন নকৰিলে নাই; সেইফালে তেনেই নিস্তব্ধ। কিন্তু কেনে-বাকৈ যদি তাত তোমাৰ হাত এখন লাগিল, নাইবা গাৰ কাপোৰৰ অলপ ঘঁহনি লাগিল, তেনেহলে আৰু হৈছে। তোমাৰ নিস্তাৰ নাই। সেইখিনি পিৰপিৰাই উঠিব, চেক্‌চেকাই উঠিব। তোমাৰ হাতৰ তৰ্জনী আঙুলিয়ে পঁচিশ পইচাটোৰ মান ডাঙৰকৈ এটা বৃত্ত আঁকিব। সময়ত বৃত্তৰ পৰিধি বাঢ়ি যাব। বৃত্তৰ ব্যাস আৰু ব্যাসাৰ্দ্ধ বহিব। তৰ্জনীৰ লগত অনামিকা, মধ্যমা আদিয়ে সহযোগ কৰিব। পঞ্চ-পাণ্ডৱৰ মিলিত শক্তিৰ আগত তম্ভিব নোৱাৰি শত্ৰুপক্ষ ফাঁহি ছিটিকা দিব। ৰণাংগণ তেজেৰে তুমুৰলি হব। ঠিক তেনে অৱস্থাত যদি তোমাৰ আগত কোনোবাই আৰ্চি এখন দাঙি ধৰে তুমি দস্তুৰমত লাজ পাই যাবা। আৰ্চিত মুখ চাই তুমি ধৰিব নোৱাৰিবা, সঁচাকৈ তুমি হাঁহিছাই নে কান্দিছা!

ঠিক তেনে এটা অৱস্থা নীলিমাৰ হৈছে। তাইৰ মনৰ মাজতো যেন তেনে এটা খজুৰতি আৰম্ভ হৈছে। মন নকৰিলে একো নাই। দিনটোৰ অগ্ৰংবগ্ৰং কাম, নানা খেলিমেলি চিন্তাৰ মাজত তাই ডুব গৈ থাকে। কিন্তু কেনেবাকৈ যদি সেই ফালে তাইৰ মন গ'ল, তেতিয়া আৰু তাই থিৰেৰে থাকিব নোৱাৰে। প্ৰথমে তাইৰ নাকৰ আগটোত বিন্দু বিন্দু ঘামৰ কণিকা উপস্থিত হব, তাৰ পিচত কাষলতি দুখনত। একেবাৰে শেষত তাইৰ মিহি বগা পিছখন ঘামত তিতি চপ্‌চপীয়া হৈ পৰিব। যুদ্ধৰ জেট বিমানখন অহাদি বিপ্‌বিপকৈ ভৰিৰপৰা মূৰলৈ তেজবোৰ উঠি আহিব। হাত-ভৰি টনটনাই উঠিব। তলৰ ওঁঠটো দাঁতেৰে কামুৰি ধৰি, চকু দুটা জোৰকৈ মুদি দি তাই চকু পানীখিনি বন্ধ কৰিব খোজে; নোৱাৰে। তাইৰ অসাৱধানতাৰ

সুযোগ লৈ কোনোবা ছেগত চকু-পানীখিনি টপৰকৈ সৰি পৰে। তেতিয়া ডিঙিৰপৰা চেইনডাল টানি-আঁজুৰি আনি দলিয়াই দিবৰ মন যায়। কিন্তু মন গলেও নীলিমাই চেইনডাল ডিঙিৰপৰা খুলিব নোৱাৰে! মন গলেও তাই মুখখন দিনটোত অন্ততঃ এবাৰো ওন্দোলাব নোৱাৰে, এবাৰো তাই মুখ খুলি কান্দিব নোৱাৰে। তাইৰ মুখখন অলপ এন্ধাৰ যেন দেখিলেই পীতাম্বৰৰ পুৰাণ কঁকালৰ বিষটো দাং খাই উঠে। পিতাকৰ ভাব—নীলিমাই ঘৰখন পোহৰাই থাকক। চাইকেলৰ পিচৰ ৰঙা লাইটটোৰ দৰে দিন-ৰাতি তাইৰ মুখখন জলি থাকক; লাগিলে চাইকেলৰ ৰিম্ গৈ মাটিত লাগক। নীলিমাই তিনিসাজ লঘোণে থাকক। সেইদৰে পীতাম্বৰে ভাবে, জগদীশ মামাই ভাবে, সাবিত্ৰী পেহীহঁতে ভাবে। আটায়ে ভাবে। নেভাবে কেৱল নীলিমাই।

ডাঙৰ চেইনডাল একেবাৰে ছিণ্ডি পেলোৱাতো বাদেই, এদিনৰ বাবে খুলি থলেও তাই অঞ্জলীহঁতৰ আগত উপযুক্ত কৈফিয়ৎ দাখিল কৰিবলগীয়া হয়। নহলে সিহঁতে তাইক জোকাই-মেলি নগুৰনাগতি কৰি মাৰে। আনৰ কথা বাদ; অঞ্জলীৰ আগতে নো তাই কি বুলি জবাব দিব? যিহে সাংঘাতিক ছোৱালী এই অঞ্জলীজনী। কথা নাই, বতৰা নাই হঠাৎ কেতিয়াবা তাই নীলিমাক জব্দ কৰি দিব, "কিৰে একদম সন্ন্যাসিনী বনি গলি দেখোন? তাতোকৈ ডিঙিত তুলসীৰ মালা পিন্ধ।" নিপিন্ধে। নীলিমাই তুলসীৰ মালা নিপিন্ধে। কিন্তু অঞ্জলীৰ মুখৰ বেঁকা হাঁহিটো নীলিমাৰ উকা ডিঙিটোত এডাল লোৰ শিকলি হৈ ওলমি ৰয়। সেইডাল শিকলি খুলি মনটো ফৰকাল কৰিবলৈ নীলিমাৰ কমেও দুঘণ্টা সময় লাগে।

দুদিনমান অৰগ্যে তাই সহজে অঞ্জলীহঁতক ঠগিব পাৰে: "ডিঙিৰ মলি লাগি লাগি সেইডাল একদম লেতেৰা হৈছে। সেই বাবে টেঙা পানীত তিয়াই থৈছো। একেবাৰে চিকচিকীয়া হব হেনো। জানো, ললিতা মাহীৰ বুদ্ধিহে। চাওঁচোন এবাৰ পৰীক্ষা কৰি। বেছি নহয়, দুদিনতে চাফা হব।" অঞ্জলীয়ে বুজে। নীলিমাই চকু দুটা বহলকৈ মেলি দি ওঠ দুটা লৰাই লৰাই কোৱা কথাখিনিৰ অৰ্থ অঞ্জলীয়ে বুজে। ৰমলাই বিশ্বাস কৰে।

গতিকে দুদিনৰ মূৰত তাই আকৌ এটা নতুন ফাঁকি সাজিব নহয়: লকেটটো দেখিছিলি নহয়? মাজত যে ৰঙা বাখৰটো আছিল, সেইটো বুজিছ খহি খহি পৰে। ভাতসাজ খাওঁতেও সুখ নাই; ভাতৰ কাঁহীতো কেতিয়াবা পৰে। চাবোনৰ এঠা লগায়ো ৰাখিব নোৱাৰি। সেই বাবে পিতাই ৰাতিপুৱাতে ৰতি সোণাৰীৰ তাত দি আহিল। ভাল কৰোতে বোলে দিন লাগিব। যি কৰে কৰক। নীলিমাই হাঁহে। তাইৰ হাঁহিটোৱে ভালেই হৈছে দে, ডিঙিটোও অলপ মুকলি মুকলি লাগিছে, এনে এটা অৰ্থ প্ৰকাশ কৰিবলৈ যত্ন কৰে। অৰ্থটো অঞ্জলীয়ে নুবুজে; ৰমলাই বিশ্বাস নকৰে।

নিৰুপায় হৈ ৰমলাই বাকচৰপৰা উলিয়াই লৈ চেইনডাল আকৌ ডিঙিত পিন্ধে। কাৰণ, ইফালে মঞ্জু আৰু অনিমাহঁতৰ দলটো সাজু হৈয়ে আছে। সিহঁতৰ অপাৰ আনন্দ। নীলিমাই সোণৰ চেইনডাল খুলি থৈ ক'লা সূতাৰে গথা বগা বগা মণি পিন্ধি বিয়াই-সবাহে ঘূৰি ফুৰিলে সিহঁতৰ মনত অপাৰ আনন্দ। চেইনডাল ডিঙিত থাকিলে তাই সিহঁতৰ মাজত শোভাযাত্ৰাৰ আগত যোৱা প'ষ্টাৰখনৰ দৰে জিলিকি থাকে। এতিয়া কি কৰিব? এতিয়াতো তাই সিহঁতৰ মাজৰে এজনী হৈ পৰিল। একে পোছাক, একে শ্লোগান। কোনে জানিব, কোনজন পিয়ন, কোনজন অফিচাৰ? কোনটো সিকি, কোনটো আধুলি? সেই বাবে বহুত ভাবিচিন্তি নীলিমাই চেইনডাল পিন্ধি থাকে। অৰ্থাৎ চকাত পাম্ নেথাকিলেও চাইকেলৰ ৰঙা লাইটটো ট-টকৈ জ্বলি থাকে।

দিনবোৰ যিমানে আগুৱাই গ'ল সিমানে নীলিমাৰ বুকুৰ ওপৰত চেইনৰ লকেটটোৰ তিৰবিৰনি ক্ৰমাৎ বাঢ়িহে আহিল। আজিকালি

সেইটো তাইৰ চকুৰ সমুখতে এখন ৰঙীন চাইনবৰ্ডৰ দৰে জিলিকি থাকে। ভাত গৰাহ মুখত ভৰাবলৈ মুৰটো অলপ হলাই দিব, আহিল সেইডাল হুকুচ্‌কৈ নামি। একেবাৰে মুখৰ আগত উপস্থিত অৰ্থাৎ নীলিমাৰ পাতৰ ভাত পাততেই থাকিল। নতুন আলু বনাম তিতা কেৰেলা ভাজি, ফুলকবিৰ নতুন গোন্ধ, মাছ-মঙহ ওৰফে চিতলৰ কলঠি আৰু পাৰ চৰাইৰ আঞ্জা ইত্যাদিলৈ মনত পেলায়ো তাই ভাতগাল গিলিব নোৱাৰে। ভাত-আঞ্জাৰ দ'মতে হাত ধুই উঠিব খোজে। কিন্তু পীতাম্বৰে ধমক দিয়ে, "হলেই নে খোৱা ? কিবা দেখোন হাঁহ-কুকুৰাৰ দৰে খেদালিহে থলি। এই বয়সতো তইঁতে সেই গাল ভাত গিলিব নোৱাৰ। সংসাৰত টিকিবি কিমান দিন ? এই হেন বয়স, জুই উঠি থাকিব লাগে পেটত। খা খা, ভাত-কেইটা খা।"

গতিকে নীলিমাই ভাতকেইটা খায়। কিন্তু সেইকেইটা ভাত তাইৰ পেটত পৰাৰ পিছত কিবা গজাল-বল্টুৰ দৰেই হয় নে কি, পিচদিনা পুৱালৈওতো সিহঁতে ইকাটি-সিকাটি নকৰে। আহাৰ গিলা সাপৰ দৰে তাইৰ গাটো ঠিহিৰা মাৰি থাকে। হাত-ভৰি তল-ওপৰ কৰি কুস্তি কৰিলেহে যদি তাই অলপ সকাহ পায়। পিতাকে নুবুজে। ৰাতিপুৱাতেই খোৱা মিহি চাউলৰ ভাত কেইটাই যে নীলিমাৰ পেটত গৈ এনে ৰুদ্ৰমূৰ্তি ধাৰণ কৰে সেই কথা পীতাম্বৰে নুবুজে। জগদীশ মামায়ো নুবুজে।

সাবিত্ৰী পেহীৰ আগত কিন্তু তাই চাফা কথা কৈ দিলে, "মই কৈছোঁ নহয়, নিপিন্ধো বুলি। তইঁতে এশবাৰ কলেও মই নিপিন্ধো। মই নিজে ইচ্ছা কৰি নিপিন্ধিলে তইঁতে জোৰ কৰি পিন্ধাব পাৰিবি নে কি ? মোক কিবা পুতলা বুলি ভাবিছ নে কি ?" অৰ্থাৎ, নীলিমাই লাগিলে গামোছাখন গাতে লৈয়েই ইঘৰ-সিঘৰ কৰিব, তথাপি বাকচৰপৰা উলিয়াই মাকৰ কাপোৰ কেইযোৰ নিপিন্ধে। থাকক, তাতে থাকক।



"তাতে থাকিলেতো ভালেই। কিন্তু নেথাকে নহয়। নিগনি-পইতা-চোৰাই শুদাই এৰিব বুলি ভাবিছা ? ইমানদিনে সিহঁতৰ মহাভোজ হৈ যাব। গম পাবি।" সাবিত্ৰী পেহীৰো একো স্বাৰ্থ নাই। মনত পৰিছিল। কৈ থলে।

কাপোৰ পিন্ধা-নিপিন্ধা সেইবোৰ নীলিমাৰ কথা। তইঁতৰ কি হৈছে। তাইৰ মাক নাই। এতিয়া সেইবুলি নথকা মানুহজনীক তইঁতে কেনেকৈ থকা কৰিবি ? মাকৰ কাপোৰবোৰ বাকচৰপৰা ওলাই আহিল বুলি মাকো ক'ৰবাৰপৰা ওলাই আহিব নেকি ? নাহে। গতিকে মিছামিছি নীলিমাৰ ভাত-টোপনি লোকচান কৰি তইঁতে কি ফুৰ্তিদাল পাব ?

"সেইটো কিবা আমি বুজা নাই নে, বুজিছোঁ। কেৱল কথা হৈছে, এই যে মনৰ ভাবটো, সেইটোহে আচল। মায়ামতীৰ কাপোৰবোৰ পিন্ধি যদি তই ইবিধ-সিবিধ কৰি ফুৰ, তেতিয়াহলে তাই থকা থকা ভাব এটা হব। পিতাৰক দেখা নাই ; মানুহ গুচি ভূত যেন হৈছেগৈ। ঘৰখনক জীপ দিবলৈ চেষ্টা কৰচোন।"

দেখিছা, এতিয়া নীলিমাইহে ঘৰখনক জীপ দিবলগাত পৰিল। ইফালে যে নীলিমা নিজেই ভিতৰি ভিতৰি শুকাই যাবলৈ ধৰিছে, সেই কথা তইঁতৰ চকুত কিয় নপৰে ?

"মেখেলা-চাদৰবোৰ বাৰু নেলাগে ; কিন্তু ব্লাউজ দুটাতো তই অনায়াসে পিন্ধিব পাৰ। পিন্ধি পিন্ধি ফালব পাৰ। কেইটানো দিন ? যিহে পাতল বস্তু, দুটামান হাঁচি-কাঁহতেই চিলাই ফিচিকিব। তইঁতৰ তেনে একোটা ব্লাউজৰ আয়ুস বৰবেছি দুসপ্তাহ। পিন্ধিও ভাল পাবি। গৰমৰ দিন। পাৰিলেতো শুদাগাৰেই থাকিব লাগে। কিন্তু আমি পাৰিলেও তইঁতে বিছনাত পৰাৰ আগতে দিনৰ ভাগততো আৰু শুদাগাৰে থাকিব নোৱাৰ। কিবা এটা গাত সুমুৱাব লাগিব। গতিকে পাতল বস্তু হ'লে ভাল। ঘামত তিতিল যদি তিতিল। তাতে কি হ'ল ? দোকানৰ মিঠাই কেনেকৈ থয় দেখিছ ?

আলমাৰীৰ ভিতৰত। কিন্তু তাতো দেখোন আয়না লগায়। কিয়? মিঠাইবোৰ বাহিৰৰ পৰা দেখা পাৰলৈ নহয় নে? তয়ো যেনিবা এটা আয়না লগোৱা আলমাৰীৰ ভিতৰত বুকু-পিঠি সুমাই থলি। সেইটো কি কথা। সাবিত্রী পেহীয়ে ঢেক্-ঢেকুকৈ হাঁহে। হাঁহিটো নীলিমাৰ ভাল নেলাগিল। সাবিত্রী পেহীয়ে এতিয়ালৈকে দুটা মানুহৰ ঘৰ বাগৰিছে। তৃতীয়টো, অর্থাৎ যাৰ লগত বৰ্ত্তমান তাই আছে, সি পুলিচত কাম কৰে। নীলিমাই শুনিছে, মানুহটো সিমান সুবিধাজনক নহয়। তাৰ প্ৰমাণ সাবিত্রী পেহী নিজে। আগতে তাইৰ চেহেৰা পকা অমিতাটোৰ দৰে আছিল; এতিয়া শুকাই-খীণাই কৰিং যেন হৈছে। দাঁত-ওঁঠ ক'লা পৰিছে। ভৰি দুখন ধেনুভিৰীয়া হৈছে। চুহি চুহি শেষ কৰা কুঁহিয়াৰৰ জাবৰৰ দৰে তাইৰ গাৰ ৰং।

গতিকে পিতলৰ গিলাচত এগিলাচ ফিকা চাহ, দুখন তামোল।

তাৰ পিছত তাই উঠিল।

কেতিয়াবা অঞ্জলীহঁত আহে। আহি তাইৰ লগত তৰ্কাতৰ্কি কৰে, জোকায়, হুঁৱাই, কন্দুৱায়। তাৰপিছত গুছি যায়। সিহঁত যোৱাৰ পিচত পীতাম্বৰে নীলিমাক কয়, "এইবোৰহে ছোৱালী। তোৰ কি দুখ হৈছে, যে অনবৰত এনেকৈ মন মাৰি থাক।"

"নাই, কিবা এটা মনত পৰিছিল। সেইবাবেহে।"

"কিবা এটানো সদায় কিয় মনত কৰি থাক? পাহৰি থাকিব কিয় নোৱাৰ?" কথাখিনি কৈ পীতাম্বৰে নীলিমাৰ চকুলৈ চায়। তাইৰ দুচকুত দুটোপাল পানী। সেই দুটোপাল চকুলোৱে তাৰ চকুলৈও দুটোপাল চকুলো মাতি আনিলে। বস্তিৰ অস্থিৰ শিখাত যেন সময় স্তব্ধ হয়। পীতাম্বৰৰ মনত মায়ামতীৰ কোমল সুন্দৰ মুখখন ভাঁহি উঠে।

বেমাৰ বুলিবলৈনো কি আছিল। গাটো দুৰ্বল দুৰ্বল লাগে। সেইটোহে। সেইখিনি দুৰ্বলতা প্ৰসূতিৰ গাত থাকেই। এমাহ কিয়



দুমাহলৈও থাকে। কিন্তু সেইটোৱেই যে তিনিমাহৰ মূৰত মায়ামতীৰ গাৰপৰা তেজ-পানী শুহি নিব, ছমাহৰ মূৰত মগজু পৰ্যন্ত চুচি নিব, নি শেষত দক্ষিণৰ ঘৰৰ মজিয়াত থকা বহল বিচনাখন মাত্ৰ অকণমান কেঁচুৱা এটাৰ বাবেহে এৰি থৈ যাব, সেই কথা কোনেনো জানিছিল? সাবিত্রী পেহীয়ে জনা নাছিল। জনা নাছিল জগদীশ মামাই। পীতাম্বৰেতো কল্পনাই কৰা নাছিল। দীননাথ ডাক্তৰৰ গম্ভীৰ মাতত অৱশ্যে জৰুৰীকালীন সুৰ আছিল, "ঔষধ-পাতি য'ত যি লাগে দিছোঁ। সেইবোৰে দুঘণ্টাৰ ভিতৰত কাম কৰিব লাগে। তোমালোকে খালী এটা কথা মন কৰিবা।" তেওঁ পীতাম্বৰৰ মুখলৈ চালে, "কেঁচুৱাটোৱে যাতে বেছি কন্দা-কটা নকৰে। কাৰণ, কন্দা-কটা শুনিলে মাকে কষ্ট পাব। সময়টো বৰ বেয়াত পৰিছে।" কথাখিনি কৈ দীননাথ ডাক্তৰে ঘড়ীৰ চেকেণ্ডৰ কাঁটাডালৰ দৰে খৰ-ধৰকৈ চাবোন-পানীৰে হাত ধুলে, হাত মচিলে, বেগটোৰ মুখৰ চেইনডাল টানি ললে; তাৰ পিছত যাবলৈ ওলাই আকৌ পীতাম্বৰৰ কালে চালে। পীতাম্বৰে ঘণ্টাৰ কাঁটাডালৰ দৰে লাহে লাহে দহটকীয়া নোটখন আগবঢ়াই দিলে। কাষত থিয় দি জগদীশে ঘড়ীটোৰ ৰহস্যজনক গতিবিধি লক্ষ্য কৰি থাকিল।

পুৰা দুঘণ্টাৰ মূৰত কেঁচুৱাটোৱে হঠাৎ চিঞৰি উঠিল। চিঞৰৰ লগে লগে হাত-ভৰি জোকাৰিলে। খালি কান্দোন আৰু কান্দোন। চাৰিওফালে তাল-ফাল লাগি গ'ল। কেঁচুৱাটো কান্দি কান্দি ৰঙা পৰি গ'ল। সাবিত্রী পেহীয়ে কেঁচুৱাটোক শাঁত কৰিবলৈ চেষ্টা কৰি নিজেও কান্দিলে।

এটা সময়ত কান্দোন বন্ধ হ'ল।

তাৰ পিছত নিস্তব্ধতা। বৰ ভয় লগা নিস্তব্ধতা। লাহেকৈ চকুত ক'লা চশমাযোৰ পিন্ধি জগদীশ বাহিৰ ওলাই আহিল। পীতাম্বৰে থৰ্‌থৰ্‌কৈ কঁপি মজিয়াতে বাগৰি পৰিল। বহল বিচনা-

খনৰ কাষত বহি সাবিত্রী পেহীয়ে মাত্র কেঁচুৱাটোৰ হৃৎস্পন্দনহে শুনিবলৈ পালে।

এনেধৰণৰ কিবা এটা নীলিমাৰ মনলৈ আহিছিল। সেইবাবেহে। এইবোৰতো আৰু পাহৰিব পৰা কথা নহয়। এইবোৰে নীলিমাৰ মনৰ মাজত সদায় খেলা কৰি থাকে। তাইক খুচি থাকে, বিন্ধি থাকে। দিনটোৰ চৌবিশ ঘণ্টাই এইবোৰ কথাই তাইৰ চকুলৈ অবিৰাম পানী কঢ়িয়াই থাকে। চকুপানীবোৰ মচিবলৈ যেতিয়া তাই চাদৰৰ আচলটো তুলি লয় তেতিয়াই অতৰ্কিতে তাইৰ চকুৰ সমুখত চেইনৰ লকেটটো তিৰবিৰাই জিলিকি উঠে, অৰ্থাৎ তৎক্ষণাৎ তাইৰ জগদীশ মামালৈ খং উঠি যায়। বছৰেকৰ মূৰত এদিন আহিবি, কি গম পাবি ? কেনেকৈ জানিবি নীলিমাই কি খায়, কি পিন্ধে, কি ভাবে ? আজিকালি নীলিমাই যিবোৰ কথা ভাবে সেইবোৰৰ এশভাগৰ এভাগো যদি জানিলিহেঁতেন, তেতিয়াহলে তহঁতে লাজ আৰু দুখত মুখ উলিয়াব নোৱাৰিলিহেঁতেন। বছৰ দিনৰ মূৰত আহি সোণৰ চেইনডাল দি গলেই হ'ল নে ? সেই ডালেৰে তাই কি কৰিব ? বিগদাবহে হৈছে। এনেয়ে তাইৰ আজিকালি টোপনি কমিছে। তাতে যদি বুকুৰ ওপৰত সেইডাল পৰি থাকিব লাগিল, তেনেহলে আৰু হৈছে। গোটেই নিশা ইকাতি সিকাতিকৈ বাগৰোতেই যাব। বাগৰি থাকোতে প্ৰতিবাৰতে কিছুমান অদ্ভুত চিন্তা তাইৰ মনত উপস্থিত হয়। এইবোৰ চিন্তাৰ বাবে পীতাম্বৰে কি কৰিছে, জগদীশ মামাই কি কৰিছে। চেইনডাল চাই থাকিলেই তাইৰ পেট ভৰিবনে ? এইবোৰ এঠালতীয়া চেনেহ তাই ভাল নেপায়। জগদীশ মামাহঁতৰ দৰে মানুহে অন্ততঃ নীলিমাহঁতক ইমান ইতিকিং কৰিব নেলাগিছিল। কেতিয়াবা তেনেকৈও ভাবে নীলিমাই। ইচ্ছা কৰি নহয়, আপোনাআপুনি সেই ভাব তাইৰ মনলৈ আহে।

চেইনডাল দি জগদীশমামাই কৈছিল, "পিন্ধি চাচোন, পিন্ধি চা। কেনে দেখায়।" তাই পিন্ধিছিল। "বেচ, একদম তুলি ধৰিছে



তোক। চকু-মুখ চব মিলি গৈছে। খালী এইখিনিতে" এইটো বুলি তাইৰ সোঁগালত থকা তিলটো চুই সি কৈছিল, "এইটো বাইদেউৰ গালত নাছিল। নহলে বাকী চব একে।" নীলিমাৰ গালখন পিৰপিৰাই উঠিছিল। জগদীশ মামা যোৱাৰ পিছৰপৰা চল পালেই সেই পিৰপিৰনিটোৱে তাইক জোকাবলৈ আৰম্ভ কৰিছিল। জোকাই জোকাই তাইৰ শৰীৰৰ যথাস্থানত বিভিন্ন ধৰণৰ উৎপাত আৰম্ভ কৰিছিল। প্ৰথমে নীলিমাৰ ভাল লাগিছিল। তাৰ পিছত বেয়া লাগি লাগি অভ্যাস হ'লত এইবাৰ তাইৰ চকুদুটা দিনৰাতি অনবৰত পানীত তিতি থকা হ'ল। আজিকালি ভুলতেও তাই দাপোনৰ সমুখত থিয় নহয়। কেতিয়াবা হঠাৎ দাপোন চাব লগা হলেও তাইৰ বুকুখন গধুৰ হৈ পৰে। ঘন ঘন উশাহ-নিশাহৰ খেলা চলে। লাহে লাহে দাপোনত তাইৰ মুখখন অস্পষ্ট হৈ পৰে, যেন বিজয়াৰ দুৰ্গা-মূৰ্তী এটা লাহে লাহে পানীত ডুবি গ'ল।

পাকঘৰৰ চাঙত থকা গিলাচ-বাটিবোৰৰ যত্ন এতিয়া তাই নলয়। আগতে লৈছিল। দিনত চাৰি-পাঁচবাৰ ঘৰ-চোতাল সাৰি-মচি এতিয়া নীলিমাই বুজিছে, তাই সদায় এনেকৈয়ে থাকিব লাগিব। ৰাতিপুৱা গোবৰ মাটিৰে মচি থোৱা মজিয়াখনলৈ গধুলি চাই নীলিমাই দেখে, মজিয়াখনত মাত্র দুযোৰ ভৰিৰ খোজহে পৰিছে। এযোৰ পীতাম্বৰৰ, এযোৰ তাইৰ। তাইৰ মনটো মৰি যায়। কি লাভ, এইবোৰ মচি কি লাভ। ইমান বহল মজিয়া, ইমান বহল চোতাল কিয় লাগে!

কিন্তু জগদীশ শৰ্মাই ভাবে—লাগে। আজি নহয়, কালি নহয়, পৰহিলৈ হলেও এনে এখন বহল চোতালৰ দৰকাৰ হব। সেইবোৰ নীলিমাই কি বুজিব ? সেইকেইটা দিনততো নীলিমাৰ অন্য কাম নাথাকিব। চকু-মুখ উখহাই কান্দিবহে লাগিব। ইফালে বেণ্ড-ঢুলীয়া, বৰযাত্ৰী, ইষ্ট-কুটুম্ব, এই গোটেইসোপা জঞ্জাল জগদীশৰ মূৰত পৰিব। লাউডস্পীকাৰৰ ৰেকৰ্ড বজোৱা ল'ৰাটোকো ঘনাই চাহ-

চিগাৰেট যোগাই থাকিব লাগিব। টোপনি খতি কৰা মানুহ। ইফালে আকৌ কইনাৰ ওচৰত ছোৱালীৰ জুমটো আছেই। অঞ্জলীয়ে অৱশ্যে সিহঁতক সোধপোচ কৰিব; কিন্তু লগত মতা মানুহ এটা লাগে। লাইটৰ মেন্টেলটো ৰঙা পৰি আহিব ধৰিছে, মাজে মাজে ধপ্-ধপায়ো উঠে। ছোৱালীমখাই ভয় খাইছে। গতিকে এনেকুৱা পৰিস্থিতিত লগত মতা মানুহ এটা লাগে। অৱশ্যে ৰভাৰ তলত ডেকা ল'ৰাই ঠাহ খাই আছে। কিন্তু সিহঁতক ইয়ালৈ আহিবলৈ দিব নোৱাৰি। হুলস্থুল লাগি যাব পাৰে। গতিকে জগদীশ শৰ্মাই গৈ লাইটটো নিড্ল কৰি দিব লাগিল। বৰযাত্ৰীয়ে চিধাই ভাত খাব নে তাৰ আগতে চাহ-তাহ কিবা খাব, এইবোৰ কথাৰো তদন্ত কৰিব লাগিব। মিতিৰ-কুটুমো বহু প্ৰকাৰৰ আছে। কোনোবাই চাহ খায়, কোনোবাই নেখায়। এওঁক আকৌ গাখীৰ-পানীহে লাগে। এওঁ বোলে চাহ-ভাত একো নেখায়; কিন্তু ৰাতি-পুৱালৈ বিয়া চাব—দৰা-কইনাৰ যোৰটো চোৱাৰ মন। কিন্তু, পিছ-দিনা এৱেঁই ঘৰে ঘৰে গাই ফুৰিব—হেৰৌ কি মানুহ হে, গোটেই ৰাতিটো তাতে বেঞ্চিখনত লাক হৈ বহি বিয়া চালো, এবাৰ বোলো 'চাও' আপুনি অকণমান ভিতৰলৈ আহক', তেনেকৈয়ো নকলেহে। ইত্যাদি বহুত জঞ্জাল।

অৱশ্যে জগদীশে চেষ্টা নকৰাকৈ থকা নাই; কৰিছে। পি-ডব্লিউ-ডিত কাম কৰা প্ৰসন্নক সিয়েই মাতি আনিছিল যোৱা বেলি পূজাৰ সময়ত। প্ৰসন্নই নীলিমাক বেয়া পোৱা নাই। ভালেই পাইছে। যাওঁতে বাটত সি কোনো প্ৰকাৰৰ আপত্তিসূচক শব্দ জগদীশৰ আগত উচ্চাৰণ কৰা নাছিল। আনকি বাছতো সি একো নকলে। বাছ যেতিয়া প্ৰসন্নহঁতৰ ঘৰৰ সমুখত থামিল, তেতিয়া জগদীশেই উপযাচি তাক সুধিছিল, "পিছে, কথাবোৰ এতিয়া চিজিল লগাব লাগে, নে কি কোৱা তুমি?"

"চিজিল লাগিছিলেই, কিন্তু" প্ৰসন্নৰ কিন্তুটোৱে জগদীশক বুৰ্বক



কৰিবৰ উপক্ৰম কৰিলে, "নীলিমাক কিবা কেলেণ্ডাৰৰ ছোৱালী যেনহে লাগিল দেখোন।"

"কিয়, তাই ধুনীয়া নহয় নেকি?"

"ধুনীয়া, ধুনীয়া। কৈছোঁ নহয়, একদম কেলেণ্ডাৰৰ ছোৱালীৰ দৰে ধুনীয়া।"

"তেন্তে?"

"মানে ধৰ এই যে কেলেণ্ডাৰখন য'ত আঁৰি থোৱা আছে, সেই ঠাইখিনি বৰ লেতেৰা।" তাৰ পিছত সি আৰু একো নকলে। বাছৰপৰা নামি গ'ল।

ইয়াৰ দহদিনমানৰ মূৰত জগদীশৰ অফিচত এখন চিঠি উপস্থিত। চিঠিৰ আখৰ প্ৰসন্নৰ, কথা মাকৰ। মাকৰ আপত্তি—ছোৱালী দেখাত যিয়েই নহওক; সেই লৈ বিশেষ কথা নাই। আচল হৈছে ঘৰখন। পীতাম্বৰো কেইদিন থাকিব? গতিকে, বিহুৰে-সংক্ৰান্তিয়ে যাবলৈকো ল'ৰাটোৰ বাট এটা নেথাকিব। এইখিনি প্ৰসন্নৰ মাকৰ কথা। চমু, কিন্তু অৰ্থপূৰ্ণ। প্ৰসন্নই নিজাকৈ একো লিখা নাই। অৰ্থাৎ, মাকৰ কথাই তাৰো কথা।

গতিকে জগদীশ মামা নিৰুপায়।

তাৰ পিছত মীন বিভাগত কাম কৰা সেই বৰুৱাজন। তেওঁৰো একে আপত্তি। মাছটো ভালেই আছিল; তেজাল, সোৱাদ মাছ; কিন্তু হলে কি হ'ব? নৰ্দমাৰ মাছ। মুখলৈ নিবলৈকে কিবা ঘিণ ঘিণ লাগে। এইবোৰ অৱশ্যে বৰুৱাই পিছত কোৱা কথাহে। আগত কবৰ সাহ নাই। ক'লেও জগদীশে শুদাই এৰিব নে? পকেটত লেতেৰা এটকীয়া নোট এখন লৈ বজাৰৰ চল্লিশ-পঞ্চাশ টকীয়া ৰৌ-বাহুৰ দাম খেলি থকা মানুহ বহুত দেখিছে জগদীশে।

এনেধৰণৰ বহুত অভিজ্ঞতা তাৰ ইতিমধ্যে হৈছে। অৱশ্যে এইবোৰ কথা যাতে নীলিমাই ঘূৰ্ণাক্ষৰেও গম নেপায় তাৰো বন্দবস্ত সি কৰিছে। কিন্তু কথাবোৰ পীতাম্বৰে গম পায়।

কালিৰপৰা নীলিমাৰ মন একেবাৰে ভাৰৰীয়া হৈ পৰিছে। সন্ধিয়া বা নিশাৰ আগভাগত বিজুলী-ঢেৰেকণিৰে সৈতে দুই-এজাক বৰষুণ হোৱাৰো সম্ভাৱনা আছে। তাইৰ মনৰ চৰাইটো হঠাতে যেন ডেউকা ছিঙি মাটিত পৰি গৈছে। অঞ্জলীৰ মুখৰপৰা প্ৰসন্ন আৰু বকুৱাহঁতৰ কথাবোৰ শুনি তাইৰ মৰি যোৱাৰ দৰে হৈছে। ৰ-টোতে ৰামায়ণ এখন লিখি অঞ্জলীয়ে নীলিমাৰ আগত পঢ়ি শুনাইছে—"বুইছ, কথাবোৰ যেনেকৈ শুনিলোঁ, তেনেকৈ কব লাগিলে বহুত। মুঠতে তোৰ মোৰ দৰে ছোৱালী আৰু বাচি থাকি লাভ নাই। ৰমলায়ে ভাল কৰিছে।"

"কি কৰিছে ?" অঞ্জলীৰ চকুত পানী।

"এ শুনাই নাই তই। তাই সুবদেৱীত লগ হৈছে। ময়ো ভাবিছোঁ, তেনে কিবা এটাকে কৰিম। নহলে ক'ৰবাত মৰিমগৈ।"

ৰাতি বিচনাত পৰি অঞ্জলীৰ কথাখিনিকে নীলিমাই ভাবিলে। লগে লগে তাইৰ চকু দুটা পানীৰে উপচি পৰিল। লাহে লাহে চকুৰ কোণেদি চকুপানীবোৰ বাগৰি আহি গাৰুত পৰিল। এনে সময়ত তাইৰ খুব শব্দ কৰি কান্দিবৰ মন যায়; কিন্তু নোৱাৰে। বুকুৰপৰা আহি ডিঙিত মুক্তিৰ অপেক্ষাত বৈ থকা কান্দোনটো তাই বহুত কষ্ট কৰি গিলি থয়। কাৰণ, কোঠাত পীতাম্বৰে কাঁহি কাঁহি বিড়ি খাই আছে। নীলিমাই কন্দা শুনিলে সি একে জাপে আহিব। আহি তাইক গালি পাৰিব, বকিব; শেষত সিও কন্দনামুৱাহৈ বিচনাত পৰিব। গতিকে নীলিমাই কান্দিব নোৱাৰে।

পিছদিনা বেলি মূৰৰ ওপৰ হোৱাৰ লগে লগে ৰাজহুৱা পকীনাদৰ পাৰত এটা গুণ্‌গুণনি আৰম্ভ হ'ল। গুণ্‌গুণনিটোৱে ক্ৰমে এটা জলস্থলৰ আকৃতি ললে। হুলস্থুল শুনি ৰমলা আহিল। অঞ্জলী আহিল। সাবিত্ৰী পেহী আহিল। এটা সময়ত পকীনাদৰ পাৰটো ভৰি পৰিল। আটায়ে বিচাৰিলে পাত-পাতকৈ। বিচাৰোতে বিচাৰোতে ভৰি গছকত নাদৰ পাৰটো বোকাময় হৈ



পৰিল। এটা বৃত্তৰ আকৃতিত লাইন পাতি অঞ্জলীহঁতেও অনুসন্ধান চলালে। প্ৰভাতহঁতৰ দলটোৱেও তাত যোগদান কৰিলে। বৃত্তৰ পৰিধি ক্ৰমাৎ বাঢ়ি গ'ল। এইদৰে বাঢ়ি আহি বৃত্তটো যেতিয়া ৰাজআলিত উঠিল, তেতিয়া সকলোৰে মুখত একেটাই কথা—নাই। নাই বোলোতেই চকুৰ পচাৰতে বস্তুটো নাইকিয়া হ'ল।

হঠাতে প্ৰভাতৰ মনত বুদ্ধি এটা খেলিলে। গতিকে বাবুল, অনন্ত আৰু প্ৰফুল্লহঁতৰ সহযোগত সি তৎক্ষণাৎ নাদৰ ভিতৰলৈ নামি গ'ল। লগত অনন্ত। ওপৰৰ পৰা ৰমলাহঁতে ৰচী লগোৱা বাল্টি এটা নাদৰ ভিতৰলৈ পঠিয়াই দিলে। এবাৰ-দুৱাৰকৈ বাল্টিটো কেবাবাৰো পাৰলৈ উঠিল। খালি বোকা আৰু বোকা মিহলি পানী। নাদৰ ভিতৰত প্ৰভাতহঁতে গুণ্‌গুণকৈ কথা পাতিলে। কথাবোৰ বাল্টিৰ ৰচীৰে পাৰলৈ বগাই আহি সাবিত্ৰী পেহীৰ কাণতো পৰিল। বস্তু পোৱাৰ আশা নাই। নাদৰ মাটি খান্দি অন্ত কৰিছে। এনেদৰে সময় নষ্ট কৰি কি লাভ। সিহঁত উঠি আহিব।

আহিল। বোকাত লুতুৰি-পুতুৰিহৈ প্ৰভাত আৰু অনন্ত পাৰত উঠিল। মানুহে ইস্ আস্ কৰিলে। সোণৰ বস্তু। হেৰুৱাও বেয়া, হেৰা পোৱাও বেয়া।

"তোৰ ঠিক মনত আছে নে ?" সাবিত্ৰী পেহীয়ে নীলিমাক পেঘেনিয়াই সুধিলে, "সঁচা কথা কবি, আছে নে ?"

"আছেতো ?"

"ৰাতিপুৱা যেতিয়া নাদৰ পাৰলৈ আহ, তেতিয়া সেইডাল তোৰ ডিঙিত আছিল ?"

"ওঁ।"

"তাৰ পিছত ?"

"তাৰ পিছত এই বাল্টিৰে দুবাল্টি পানী তুলি" নীলিমাই বাল্টিটো দেখুৱাই দিলে; বাল্টিটোৰ ৰচীডালত প্ৰভাতৰ হাতত ওলমি আছে। "কলহত ভৰালো।"

"তেতিয়া ?"

"তেতিয়াও আছিল।"

"পানী কলহ চিধাই গাত ঢালিছিলি নে ?"

"নাই। প্ৰথমে ভৰীৰ পটা ছুখনত পানী ঢালিছিলোঁ অলপ। তাৰ পিছত ছুয়োখন হাত তিয়ালোঁ কিলাকুটিলৈকে। তাৰ পিছত গলধনত—"

"অঁ অঁ, তেতিয়া ?"

"তেতিয়াও সেইডাল ডিঙিতে আছিল।"

সাবিত্ৰী পেহী নিৰ্বাক হৈ গ'ল। এইবাৰ আহিল ৰমলা। তাই সুধিলে, "আচ্ছা, কথাটো তই কেতিয়া গম পালি, প্ৰথমে কেনেকৈ তই গম পালি যে সেইডাল হেৰাল ?" ৰমলাৰ মুখত হাঁহি। তেনে হাঁহি এটা প্ৰথম ওঁঠত লৈ সাবিত্ৰী পেহীয়েও তাইক জেৰা কৰিছিল। এতিয়া সাবিত্ৰী পেহীৰ ওঁঠত সেই হাঁহিটো মৰহি গৈছে।

নীলিমাই ক'লে, "পানী কলহ গাত ঢালি খৰ্‌ধৰকৈ খোজ দিলোঁ ঘৰ বুলি। গাত তিতা কাপোৰ। পিছে পিছে কোনোবা এটা আহি আছে।" নীলিমাই প্ৰভাতলৈ চালে। তাৰ মুখখন লাজত ৰঙা পৰি উঠিল।

"ওঁ, তাৰ পিচত ?" ৰমলা উৎকণ্ঠিত হৈ পৰিল।

"তাৰ পিছত ঘৰত আহি কাপোৰ সলালোঁ। তেতিয়াও মোৰ হুচ নাই। কাপোৰ সলাই গামোচাৰে চুলিখিনি মচিবলৈ লৈছোঁ, হঠাৎ দেখোন মনত পৰি গ'ল। ইস্ ৰাম!" আটায়ে নীলিমাৰ শুদা ডিঙিটোলৈ চাই পঠিয়ালে।

"আচ্ছা, তইতো পিছে পিছে আহিছিলি; একো গম নেপালি নে ?" অনন্তই প্ৰভাতক সুধিলে।

"নাই নাই, একো গম নেপালোঁ। সেইটো মোৰ ভাবেই নাই নহয়।" প্ৰভাতক আটায়ে বিশ্বাস কৰে।



অনন্তই ৰহস্য কৰি হাঁহিলে। সি কব খুজিছিল, 'এবাতো, কেনেকৈ জানিবি ? আগে আগে নীলিমাই তিতা কাপোৰেৰে খোজকাঢ়ি যাব, তই কিবা ৰাস্তাৰ শিলগুটি গন্তি কৰি থাকিবি নে ?' কিন্তু নকলে।

এইবাৰ সাবিত্ৰী পেহীৰ ফৰিং যেন গাটোত আকৌ পিৰ্‌পিৰণি উঠিল। তাই প্ৰভাতৰ ফালে চাই সুধিলে, "তই কিয় গৈছিলি তাইৰ পিছে পিছে ? ক'ৰবাৰ কিবা কাম আছিল নে এনেয়ে গৈছিলি ?"

"কাম আছিল।"

"তহঁতৰতো কামৰ আদি-অন্তই নাই। ক'ত কাম আছিল ?"

"নীলিমাহঁতৰ ঘৰত।"

"হয় নীলিমা ?" সাবিত্ৰী পেহীয়ে নীলিমাক সুধিলে।

নীলিমাই মূৰ ছুপিয়ালে। হয়, প্ৰভাতে তাইক চিঠি এখন দিছিল। বাটতে দিব পাৰিলেহেঁতেন চিঠিখন। কিন্তু তাই বেয়া অৱস্থাত আছিলতো, সেইবাবে একেবাৰে ঘৰতে দি আহিছিলগৈ। চিঠিখন প্ৰভাতৰ নহয়। জগদীশৰহে। জগদীশে কালি গধুলি বজাৰত প্ৰভাতক লগ পাই দিছিল নীলিমাক দিবলৈ।

ছাৎকৈ নীলিমাৰ চিঠিখনলৈ মনত পৰিল। ইস্ ৰাম, তাইতো চিঠিখন খুলিয়েই চোৱা নাই। জগদীশ মামাই কিবা লিখিছিল। "বাৰু অকণমান মই ঘৰৰপৰা আহোঁ দেই। গাধোৱা কাপোৰখিনি বেয়াকৈ থৈ আহিছোঁ। মেলি দি আহোগৈ" বুলি তাই সাউৎকৈ নাদৰ পাৰৰপৰা ঘৰলৈ আহিল। আহি খপ্‌জপ্‌কৈ চিঠিখন খুলিলে। হয়, জগদীশ মামাৰ চিঠি। চিঠিৰ প্ৰতিটো বাক্য তাই তন্ন-তন্নকৈ পৰীক্ষা কৰিলে। এবাৰ নহয়, ছুবাৰ নহয়, পূৰা তিনিবাৰ সেইদৰে তাই চিঠিখন পঢ়িলে। পঢ়ি তাই ছুবাৰমান এনেয়ে মজিয়া-খনত ঘূৰি ফুৰিবলৈ ধৰিলে। তাইৰ মনৰ মাজত ইমানদিনে শুই নিঃপালি দি থকা পখিলাজনী যেন আজি সাৰ পাই উঠিছে।

পখিলাজনীয়ে দেও দি দি নাচিবলৈ আৰম্ভ কৰিছে। কি চমৎকাৰ সেই নৃত্যৰ লয়লাস ভংগিমা।

তাই দাপোনৰ আগত থিয় হ'লহি। তাইৰ এনেহে লাগিল যেন এডাল নতুন উজ্জ্বল সোণৰ চেইন আকৌ তাইৰ ডিঙিত কোনোবাই আঁৰি দিলেহি। চেইনডালৰ লকেটটোৱে তাইৰ মঙহাল বুকুখনত এটা কোমল সুৰসুৰণি তুলিলেহি আৰু ঠিক লকেটটোৰ সোঁমাজতে থকা বাখৰটোৰ পৰা চিটিকি অহা এচমকা ৰঙা পোহৰে যেন তাইৰ সেওঁতাত এমুঠি সেন্দুৰ চটিয়াই দিলে। অকস্মাৎ এটা হাঁহি তাইৰ ওঁঠত আহি উপস্থিত হ'ল।

চিঠিৰ আখৰ জগদীশৰ; কথা প্ৰসন্নৰ। প্ৰসন্নৰ মাক শয্যাগত। গতিকে বিয়াখন হব লাগে যেনে-তেনে। মাকে চাই যাব খুজিছে। মাকৰ হেঁপাহ এটা এটাকৈ প্ৰসন্নই মাৰি আনিছে। বাকি আছে বিয়াখন। গতিকে, পলম কৰি লাভ নাই। বিয়াবুলি প্ৰসন্নই ইতিমধ্যে ঘৰ এটা থিয় কৰাইছে। খিৰিকীও ওলাইছে। চুণ-তেলৰ কামখিনিহে বাকী আছে। সেইখিনি বিয়াৰ ৰভা নাইবা গেট আদিৰ লগতে সাঙুৰিব পৰা যাব। অৰ্থাৎ নতুন ঘৰটোৰ পৰিষ্কাৰ বেৰত প্ৰসন্নই কেলেণ্ডাৰখন আঁৰিব খুজিছে।



# জৈৱিক

ৰঞ্জনে প্ৰস্তাৱটো উত্থাপন কৰিলে। উক্ত প্ৰস্তাৱটো মই সাদৰেৰে সমৰ্থন কৰিলোঁ। মহিমে দাঁত কেইটা নিকটাই ফিচ্‌কৈ হাঁহি দিলে, যেন পকাবিলাহী এটা মাটিত পৰি থানবান হৈ চিটিকি পৰিল। তাৰ চকু দুটা আনন্দত তিৰবিৰাই জিলিকি উঠিল। এনে অৱস্থাত তাৰ নোদোকা হাত-ভৰিবোৰ আৰু নোদোকা যেন দেখি। সি আমাতকৈ চুটি। চকুদুটা ঘূৰণীয়া—মাৰ্বল গুটিৰ দৰে। বৃন্দাবন দোকানীৰ দগাপাল্লা মতে বুদ্ধিৰ ওজনত ৰঞ্জন আৰু মোতকৈ মহিমৰ ওজন পাতল। কথা কওঁতে সি প্ৰায়ে কথাৰ আঁত হেৰুৱায়, থিয়েটাৰৰ কথা কবলৈ গৈ চাৰ্কাচ পাৰ্টিৰ ভালুকটোৰ কথা কয়।

শুকুৰবাৰৰ দিনটো আমাৰ বাবে বিশেষ আতংকৰ দিন। কাৰণ, শেষৰ ঘণ্টা জ্যামিতি। জ্যামিতি বস্তুটোৰ ভিতৰত কি এনে বাঘ-ঘোং লুকাই থাকে নেজানো—আমি তিনিও, মানে ৰঞ্জন, মই আৰু মহিম জ্যামিতিত একেবাৰে কেঁচা। জ্যামিতিৰ লগত আমাৰ কোনোদিনে ৰাহি-জোৰা নাহিল। অৰ্থাৎ, ৰাস্তাৰে দৌৰি যোৱা মটৰ চাইকেলখনকো যদি কোনোবাই 'সৌটো জ্যামিতি' বুলি কয়, আমি চক্ খাই উঠো। ইয়াৰ আনুসংগিক হ'ল বিষ্ণুমাষ্টৰ। বিষ্ণুমাষ্টৰক আমি যমদূত হেন দেখোঁ। মহিমৰ নিজস্ব দোৱান মতে এটা বিষমবাহু ত্ৰিভুজ। বিষ্ণুমাষ্টৰৰ এটা বাহু চুটি। তথাপি সেইটো বাহুৰে একেপাকে বৃত্তবোৰ আঁকে। বৃত্ত এটা আঁকি সোঁমাজতে পেঞ্চিলৰ জোঙা আগটোৰে যেতিয়া কেন্দ্ৰটো দিয়ে তেতিয়া বৃত্তটো আৰু ঘূৰণীয়া হৈ পৰে। বিষ্ণুমাষ্টৰ যোৱাৰ পিছত আমি আটায়েগৈ বোৰ্ডখনত বৃত্তটো আগুৰি ধৰোগৈ। ওচৰৰপৰা চালে বৃত্তটো বিষ্ণুমাষ্টৰৰ চশমাৰ ফ্ৰেম যেন লাগে; অলপ পিছতে যেন ফ্ৰেমটোৰ মাজৰ পৰা ভয়ংকৰ

মূৰ্তি ধৰি বিষ্ণুমাষ্টৰৰ চকু এটা ওলাই আহিব। আহি কব—অ'ই গৰুহঁত, দেচোন, বৃত্তটোৰ নামাকৰণ কৰ।

আমি পলাই ফাট মাৰেঁ।।

সিদিনাও শুকুৰবাৰ। গতিকে শেষৰ ঘণ্টা জ্যামিতি। বিষ্ণুমাষ্টৰ আহিব। যথাসময়ত বাৰান্দাত ৰণভেৰী বাজি উঠিল। অৰ্থাৎ, বিষ্ণুমাষ্টৰে কাঁহিছে। ভবিৰ ডুপ্-ডুপনিৰ সৈতে কাঁহৰ শব্দটো ভূমিকম্প অহাদি বাৰান্দাৰে বাগৰি আহিছে। বিশ্ব-ব্ৰহ্মাণ্ড থৰহৰি কম্পমান। আমাৰ মনৰ মাজত দিনেৰাতি দপ্দপাই থকা হেজাৰ-বিজাৰ পদাতিক অশ্বাৰোহী সৈন্যই দূৰত থাৰ-বাৰুদৰ গোন্ধ পায়েই ধৰাশায়ী হ'ল। মই মাজতে এবাৰ কেৰাহিকৈ মহিমলৈ চালোঁ। সি তলমূৰ হৈ ঘনঘনকৈ সেপ গিলিছে। ৰঞ্জনৰ অৱস্থাও তদ্ৰুপ। আনবোৰে কি কৰিছে নেদেখিলোঁ। কতো কাৰো ৰাইকই নাই। সকলোৱে নিতাল মাৰি একান্ত মনে ভূমিকম্পৰ শব্দ কাণ পাতি শুনিছে।

এটা সময়ত বিষ্ণুমাষ্টৰ সোমাই আহিল। আমি যন্ত্ৰবৎ থিয় দি পুনৰ কুচ-কাৱাজ কৰাৰ দৰে ধপ্কৈ বহি গলোঁ। এইবাৰ বা আকৌ কোনটো শিবিৰত গুলীবৰ্ষণ হয়!

চকীখনত বহি লৈ বিষ্ণুমাষ্টৰে পোন্দোৱাকৈ মহিমৰ ফালে চালে। কথা বিষম। মেঘৰ দৰে গৰ্জন কৰি তেওঁ মহিমক আদেশ কৰিলে, "অ'ই, উঠি আহ।" সেমেনা-সেমেনিকৈ সি উঠি গ'ল।

"ল এইডাল।"

সি চকমাটিডোখৰ হাতপাতি ললে।

"ওঁ, ত্ৰিভুজৰ যিকোনো দুই বাহুৰ সমষ্টি তৃতীয় বাহুতকৈ ডাঙৰ। কৰ, প্ৰমাণ কৰ।" কৈয়ে বিষ্ণুমাষ্টৰে ৰুদ্ৰমূৰ্তি ধাৰণ কৰিলে। তেওঁৰ চকু দুটা তগবগাই উঠিল। কপালৰ সোঁমাজত থকা জেঠি যেন সিৰ-ডাল পূৰঠ লেচেৰামাহৰ চেইটোৰ দৰে ফুলি উঠিল।

ইপিনে মহিমে আৰম্ভ কৰিছে যুদ্ধ। চকমাটি আৰু বোৰ্ডৰ সৈতে



যুদ্ধ কৰি সি জ্বৰে-ঘামে ঘামিছে। সোঁহাতেৰে চক মাটি পিটিকিছে, বাওঁহাতেৰে চকু মোহাৰিছে। তেনেকৈ বহু সময় পাৰ হৈ গ'ল। প্ৰমাণ কৰাতো বাদেই, আনকি সি ত্ৰিভুজটোও ভালদৰে আঁকিব নোৱাৰিলে বোৰ্ডত। এটা বাহু আঁকি দ্বিতীয়টো আঁকোতে প্ৰথমটো মচ খায়, তৃতীয়টোত চকমাটিডাল মটকৃকৈ ভাঙি দুডোখৰ হয়। ভঙন টুকুৰা এটাৰে ত্ৰিভুজটো আঁকে মানে তাৰ বাওঁহাতত থকা আনটো টুকুৰাৰ গুড়িবোৰে তাৰ নাক, মুখ আৰু চকুত এনে এটা আমোদজনক দৃশ্যৰ সৃষ্টি কৰে, যিটো দৃশ্য দেখি বিষ্ণুমাষ্টৰৰো মুখমণ্ডল উজ্জ্বল হৈ উঠে। কিন্তু সেই উজ্জ্বলতা ক্ষন্তেকতে মাৰ যায়। পেট্ৰ'মাক্স লাইটৰ তলৰ অংশত মুখ চালে যেনে দেখি তেনেকৈ বিষ্ণুমাষ্টৰৰ মুখখনো বিকৃত আৰু ভয়লগা হৈ উঠিল।

মহিমে ত্ৰিভুজটো আঁকিব নোৱাৰিলে। গতিকে বিষ্ণুমাষ্টৰে তাক কাণত ধৰি স্কুলৰ বাৰান্দালৈ টানি লৈ গ'ল আৰু তাতে ৰ'দৰ ফালে মুখকৰি থিয় কৰাই থলে। বিষ্ণুমাষ্টৰৰ শাস্তি দিয়া পদ্ধতি অভিনৱ।

তাৰ পিছত ৰঞ্জনৰ পাল পৰিল। বোৰ্ডৰ ওচৰত থিয় দি সিও হতবুদ্ধি হৈ পৰিল। প্ৰকাণ্ড বোৰ্ডখনৰ ওচৰত থিয় দি তাৰ অনুভৱ হ'ল—এয়া যেন এখন বিশাল মহাসাগৰ; আৰু সি তাত অকলশৰীয়া এজন নিৰ্জু নাৱিক। এই বিশালৰ পাৰাপাৰ নাই; সীমাহীন। কোনোৰকম সি ত্ৰিভুজটো আঁকিলে; কিন্তু "কখগ এটা ত্ৰিভুজ। ইয়াৰ, ইয়াৰ, ইয়াৰ" এইবুলি বহুবাৰ হেণ্ডেল মাৰিও ষ্টাৰ্ট কৰিব নোৱাৰা মটৰগাড়ীৰ দৰে অৱশেষত সি ঠাইতে জলকা লাগি ৰৈ গ'ল। গাড়ী ৱৰ্কশ্বপলৈ অনা হ'ল! অৰ্থাৎ, বাৰান্দালৈ আহি সিও মহিমৰ লগত লাইন পাতিলে।

অলপ পিছত ময়ো আহি সমবায় পদ্ধতিত শাস্তি গ্ৰহণ কৰিলোঁ।

এইবাৰ বিষ্ণুমাষ্টৰৰ ভাগৰ লাগিল হবলা। তেওঁ আৰু কাকো নামাতিলে জ্যামিতি প্ৰমাণ কৰিবলৈ। চকীখনত আউজি মেজৰ

ওপৰত ভৰি তুলি লাহে লাহে নিতাল মাৰিলে। টোপনিয়েই গ'ল নেকি ধৰিব নোৱাৰি; মাষ্টৰে দুয়ো চকুত হাত এখন দি আছে।

আমি তিনিটা এইফালে ৰ'দত দেই পুৰি মৰিছোঁ। ঘামত তিতি গা জুৰুলি-জুপুৰি হৈছোঁ। চকুৰে সৰিয়হ ফুল দেখিছোঁ। মূৰটো জিম্‌জিমাই গৈছে। ৰাস্তাৰে সেইবোৰ কি গৈছে? মানুহ, গৰু নে ছাগলী? কি সেইবোৰ? উৱা, এইবোৰ দেখোন পানী! দেখিছা, কি সুন্দৰ জলতৰংগৰ সৃষ্টি হৈছে। ওঁ ওঁ, সেইদিনা যে স্কুল পৰিদৰ্শন কৰিবলৈ বাইদেউজনী আহিছিল, শকতকৈ যে বগাকৈ যে ধুনীয়া বাইদেউজনী? কি কৈছিল? এৰা, সূৰ্য্যৰ বগা পোহৰ হেনো সাতোটা বস্তুৰ সমষ্টি। নেদেখিলা? বাইদেৱে প্ৰমাণ কৰিও দেখোন দেখুৱালে। খিৰিকীৰে বগা পোহৰ আহি আয়নাডোখৰত পৰিছিল, আয়নাৰ মাজেৰে সোমাই যোৱা বগা পোহৰখিনি সাতোটা ৰঙীন পখিলা হৈ উৰিগৈ বাইদেউৰ গাত পৰিছিল। নেদেখিলা? কি চাই আছিলা? বাইদেৱে ভেনিটিবেগটো সমুখত থিয় কৰি থৈছিল। সেইবাবে নেদেখিলা! বৰ ধূৰ্ত হৈছা দেই। আচল কথা কি জানা, ময়ো নেদেখিলোঁ; আজিহে দেখিছোঁ। সূৰ্য্যৰ বগাপোহৰ সাতোটা ৰঙৰ সমষ্টি। চকুৰ প্ৰতিটো নিমিষতে আমি যেন সূৰ্য্যৰ গোটেই কেইটা ৰং একাদিক্ৰমে একোখন ৰঙীন ছবিৰ দৰে দেখিবলৈ ধৰিছোঁ। ধুনীয়া বাইদেউক মাতি আনি আজি চিঞৰি কবৰ মন গৈছে—বাইদেউ, তুমি যে কৈছিলা, সূৰ্য্যৰ সাতোটা ৰং—এইবোৰতো অকল ৰঙেই নহয়; একোখন তীক্ষ্ণ, ধাৰাল ছুৰী। লেখি লেখি সাতখন তীক্ষ্ণ ছুৰী এয়া কোনোবাই আমাৰ গালৈ মাৰি পঠিয়াইছে। চোৱা চোৱা, সিহঁতে আমাক কেনেকৈ খুচিছে, বিন্ধিছে, গাৰ মঙহ কাটি ছিৰাছিৰ কৰিছে। এখন নহয় দুখন নহয় সাতখন চোকা অস্ত্ৰ। কোনোবাই সহিব পাৰে নে। বাইদেউ, এই কথা তুমি কিয় সিদিনা নকলা? তুমি বৰ স্বাৰ্থপৰ!



নহলে, ভেনিটি বেগটো তেনেকৈ টেবুলত থোৱানে? অথচ, কমন-ৰুমত শুদা ব্লাউজটোৰে দুঘণ্টা বহি চাহ খালা! স্কুল চাবলৈ আহিছা, কিন্তু স্কুলটোৰেহে দেখোন তোমাক আগুৰি ধৰি চলে। বৰ্ডত জ্যামিতি বুজালা, কিন্তু তোমাৰ কাষলতিৰ তলেদি চাই কি জ্যামিতি বুজিম? সেইবোৰ জানিব লাগে। জানিব লাগে—সূৰ্য্যৰ পোহৰত ৰং আৰু উত্তাপ দুয়োটা থাকে। তোমাৰ গাতো আছে!

"ৰঞ্জন" মহিমে মাতিলে, "ৰঞ্জন"

"হুঁ"

"মাষ্টৰ টোপনি গ'ল নেকি অ'?

"গৈছে কিজানি, সাৰ-সুৰ নাই দেখোন"

"ৰল, সোঁ পাকৰীজোপাৰ তললৈ যাওঁগৈ।" মহিমে ক'লে। এনেবোৰ কথাত কেতিয়াবা তাক বৰ বুদ্ধিমান যেন লাগে।

হাতত সাৰে ভৰিত সাৰে আমি বাৰান্দাৰপৰা নামিলোঁ। আগলৈ খোজদি পিছলৈ কাণ থিয় কৰি লাহে লাহে পাকৰীজোপাৰ গুৰিতে উপস্থিত হলোঁগৈ।

ৰিব্‌ৰিব্‌কৈ বতাহ মাৰিছে। গছজোপাৰ তলখিনি নিমজ পৰিছে। মাজে মাজে মাথোন বতাহত ওপঙি আহিছে পাকৰী-জোপাৰ পাতৰ দীঘল সৰ্‌ সৰ্‌ শব্দ এলানি। লগে লগে এক মায়াময় শীতলতাই আমাক আৱৰি ধৰিলেহি। ওচৰৰ পাণদোকানৰ ভিতৰত আউজি বহি থকা ল'ৰাটোৱে চকলেটৰ বৈয়ামটোত হাত এখন থৈ টোপনিয়াইছে, এই সুযোগতে যেন চাৰ্মিচ পাউডাৰৰ তিৰোতাজনীয়েও গাৰ কাপোৰখন আৰু বেছিকৈ খুলি দিছে। ক্ষন্তেকতে যেন তাই সম্পূৰ্ণ উদং হৈ পৰিছে; আৰু এটা বাকলি গুচোৱা চকলেটৰ দৰে তাৰ সমুখত আহি দেউ দি দি নাচিবলৈ আৰম্ভ কৰিছে। ল'ৰাটোৱে টোপনিতে মুখ টপালিছে। একেসময়তে দোকানখনৰ তলৰ কাগজৰ দমৰ মাজত শুই থকা ভোবোলা

ছাগলীটোৱে কাণ জোকাৰিছে। তাৰ ধূৰ্ত চকু দুটা হঠাতে উজ্জ্বল হৈ উঠিছে।

বাহিৰৰ প্ৰচণ্ড দুপৰটোৱেও যেন পাকৰীজোপাৰ তলত নিশ্চিন্ত-মনে জিৰণি লৈছে। পাকৰীজোপাৰ তলেদি প্ৰকাণ্ড ৰাস্তাটো আহিছে পলাশবাৰীৰ পৰা গুৱাহাটীলৈ। বহুদূৰত দেখা গ'ল—পলাশবাৰীৰ ফালৰ পৰা হোহোৱাই মটৰগাড়ী এখন আহিব লাগিছে। গাড়ীৰ সমুখৰ আয়নাখন ৰ'দত চিক্‌মিকাই উঠিছে। আমি তিনিও ৰাস্তাৰ ওপৰত আঠুকাঢ়ি কাণ একোখন ৰাস্তাত লগাই শব্দটোৰ উমান লবলৈ চেষ্টা কৰিলোঁ। ৰাস্তাটো পানীত ডুব যোৱা যেন দেখা গৈছে আৰু লগে লগে ৰানপানী অহাৰ দৰে এটা গহীন গুম্‌গুমনি আৰম্ভ হৈছে। বুজিবলৈ বাকী নৰ'ল যে এইখন প্ৰকাণ্ড ডিজেল ট্ৰাক। এইখিনি সময়ত সদায় যায় গুৱাহাটীলৈ। পলাশবাৰীৰ পৰা পকা বিলাহী নিয়ে বেপাৰীবোৰে গুৱাহাটীৰ বজাৰত বেচিবলৈ। আজিও আনিছে। আমাৰ জিভা লক্‌লকাই উঠিল।

ৰঞ্জনে প্ৰস্তাৱটো উৎথাপন কৰিলে, "বিলাহী খাওঁ দে।"

"দে দে, বঢ়িয়া কথা কৈছ!" মই প্ৰস্তাৱটো সাদৰেৰে সমৰ্থন কৰিলোঁ। মহিমে আমাৰ প্ৰস্তাৱ শুনি ফূৰ্তিতে ফিচ্‌কৈ হাঁহি দিলে—যেন হঠাতে পকাবিলাহী এটা ফাটি গুটিবোৰ চিটিকি পৰিল আমাৰ গাত।

এতিয়া সমস্যা হ'ল কিদৰে খোৱা যায় পকাবিলাহী। বুদ্ধিটো ৰঞ্জনে দিলে। সি ক'লে, "বুইছ, ট্ৰাকখনতো ইয়াত সদায় অলপ থামে, নহয় জানো? এইটো দেখিছ, এইযে ৰাস্তাৰ ওপৰত আছে পাকৰীজোপাৰ জোপোহা ডালটো?"

"ওঁ", মহিমে শলাগিলে। ময়ো।

"তাত যদি কোনোবা এটা উঠি থাক, তেনেহলে ট্ৰাকখন ৰাখিলে খপাখপে তাৰ পৰা বিলাহী লব পৰা যায়। কামটো কিন্তু খুব সাৱধানে কৰিব লাগিব। বিলাহী লবি, বচ্ নামি আহিবি। দেৰী



কৰিলে কথা বিষম।" ৰঞ্জনৰ কথাৰ পৰা বুজা গ'ল, সি গছত নুঠে; উঠিব নোৱাৰে। মইতো নোৱাৰোৱেই। গতিকে, আটায়ে অজলা বুলি কওঁ যদিও দায়িত্বটো মহিমৰ ওপৰতে পৰিল।

কথামতে কাম। অকণো বিলম্ব নকৰি সি লাফ মাৰি গৈ গছত উঠিল। বগাই বগাই একেবাৰে জোপোহা ডালটোত গৈ বহি ললে। আমি দুটা গছৰ তলত—ৰঞ্জন আৰু মই। চাই থাকোতে চাই থাকোতে গাড়ীখন প্ৰায় ওচৰেই পালেহি। পাণদোকানৰ ল'ৰাটোৱে টোপনিৰ পৰা সাৰ পালে। ভোবোলা ছাগলীটোৱে নৰ্দমাৰ ফালে ভিৰাই লৰ দিলে। চাৰ্মিচ পাউদাৰৰ তিৰোতাজনীয়ে চকুৰ নিমিষতে গাত কাপোৰ-কানি মেৰিয়াই ফুলাম চকলেটৰ দৰে হৈ পৰিল। গছৰ তলত নিঃপালি দি শুই থকা দুপৰটোৱে খক্‌মকাই সাৰ পালে!

আমি মহিমলৈ চালোঁ। তাৰ চকুত চিকাৰীবাঘৰ দৃষ্টি। সি চকু পিৰিকিয়াইহে কোৱাৰি চেলেকিছে, মাজে মাজে ডিঙিমেলি গাড়ীখনলৈ চাইছে।

এটা সময়ত গাড়ীখন ধুমুহাৰ দৰে আহি হঠাৎ গছৰ তলত ৰৈ গ'ল। ইঞ্জিনৰ ধোঁৱাৰ কাৰণে আমি কিছুপৰ একো নেদেখিলোঁ। লাহে লাহে দেখিলো ডাঠীয়া ড্ৰাইভাৰজনে ৰুমালেৰে কপাল আৰু ডিঙি মচিবলৈ ধৰিছে। তেওঁ এখন হাত ষ্টিয়েৰিঙত থৈ আনখন হাতেৰে গাড়ীৰ দৰ্জাত ভেজা দি আমালৈ চাইছে। আমাৰ মুখলৈ চাই তেওঁ কি দেখা পালে কব নোৱাৰোঁ; কিন্তু আমি হলে ভিতৰি ভিতৰি থক্‌-থক্‌কৈ কঁপি উঠিলোঁ। উঃ, কি ভয়ানক চকু! সেইজোৰ চকুৰে চাই ধমক দিয়াতো বাদেই 'হেৰা, ভাইটিহঁত, আহা এইফালে আহা' বুলি এবাৰ মাতিব লাগিলেও আমি ঠাইতে মুছকছ যাম। ভাগ্যে যেনিবা অলপ পিছতে তেওঁ আমাৰ পৰা চকু আঁতৰাই নিলে; আৰু তেওঁৰ কাষতে বহি থকা হেণ্ডিমেন জাতীয় মানুহটোৰ লগত বিৰ্‌বিৰ্‌কৈ কিবা কথা পাতিলে।

গাড়ী যাবৰ হ'ল হবলা ; ড্ৰাইভাৰজনে দৰ্জাৰ পৰা হাতখন আঁতৰাই নিলে। আমি মহিমলৈ কেৰাহিকৈ চালোঁ। নিজৰ শাকনিবাৰীত সোমোৱাৰ দৰে বিলাহীবোৰৰ মাজে মাজে খোজকাঢ়ি ফুৰিছে। আমাৰ বুকু চিৰিংকৈ গ'ল। এইবাৰ সি সোপাসোপে বিলাহী লৈছে হাতত, হাফপেণ্টৰ পকেটত। মই আৰু ৰঞ্জনে মাটিতে হাত-ভৰি এচাৰিবলৈ ধৰিলোঁ। চিঞৰিবও নোৱাৰি। মহিমে আমাৰ ফালে চোৱা নাই ; গতিকে ইংগিতো দিব নোৱাৰি। সি একান্তমনে বিলাহী লৈছে—টিকৃটিকিয়া ৰঙা, পকা মঙহাল বিলাহী ; মহিমে লোভ সামৰিব পৰা নাই।

গাড়ীৰ ইঞ্জিনটোৱে হঠাৎ সিংহৰ দৰে গৰ্জন কৰি উঠিল ; আৰু অতৰ্কিতে গাড়ীখন তীব্ৰবেগে গুছি গ'ল। পাকৰীজোপাৰ জোপোহা ডালটো ৰতাহত লৰি থাকিল। মহিম নাই ! গাড়ীৰ পৰা নামিবলৈ সি সময়কে নেপালে। হয়তো নামিব লাগে বুলি তাৰ মনত ভাবেই নহ'ল। বিলাহীৰ মাজত থিয় দি যোৱা মহিমলৈ আমি চাই পঠিয়ালো। সি হাত দুখন দাঙি দিছে। দুহাতত দুটা বিলাহী। আমিও হাত দাঙি তাক বিদায় সম্ভাষণ জনালোঁ। বহুদূৰলৈকে আমি তাক চাই থাকিলোঁ। ৰঙা ৰঙা বিলাহীৰ দমৰ মাজত মহিমক এটা কণমান পৰুৱা যেন দেখা গৈছে। মাজে মাজে পৰুৱাটোৱে একোবাৰ গাটো লৰচৰ কৰে, চকু পিৰিকিয়াই হাত-ভৰি জোকাৰে।

লাহে লাহে সি আমাৰ চকুৰ আঁৰ হ'ল। বিলাহীৰ ৰসত পৰুৱাটো ডুবি গ'ল। ত্ৰিভুজৰ এটা বাহু মুলকি পৰিল। মহিম গ'ল। ত্ৰিভুজটোৱে এটা কোণৰ আকৃতি লৈ হাকৈ মুখ মেলি থাকিল।

ভয়ে ভয়ে ৰঞ্জনে মোৰ ফালে চালে। সি সুধিলে, "বিপুল, এতিয়া ঘৰত কি বুলি কবিগৈ ?"

"আমি একো নকওঁ বুজিছ ; ব'ল, এতিয়া ইয়াৰ পৰা।" মই



কলোঁ। মহিমৰ মাক-বাপেক নাই। বুঢ়ী পেহীয়েকৰ ঘৰত থাকি সি পঢ়াশুনা কৰিছিল।

কিন্তু আমি নকওঁতেই কথাটো চাৰিওকালে ৰজন্‌জনাই গ'ল। গাৱঁৰ ইযূৰৰ পৰা সিমূৰলৈ সকলোৱে জানিলে। জানিলে এই বুলি যে ৰাস্তাৰ দাঁতিৰ পাকৰীজোপাত উঠি থাকোতে মহিমক কিহবাই থপিয়াই লৈ গ'ল। দুই-একে হেনো দেখিলেও ঈগলৰ দৰে প্ৰকাণ্ড চৰাই এটা আকাশেদি ছোঁ মাৰি যোৱা ; তাৰ দুভৰিৰ চেপেনাত মানুহ-গৰু জাতীয় ডাঙৰ প্ৰাণী এটা। খেনোৰ মতে সেইটো মহিম। মহিমক প্ৰকাণ্ড চৰাইটোৱে কৰবাৰ অজান মুলুকলৈ লৈ গ'ল।

মহিমৰ পেহীয়েকে হায়ে-বিয়েকৈ কান্দিলে। পিছদিনা পাণ-দোকানৰ ল'ৰাটোৰ মুখে বিতং খবৰ পাই তেওঁ আমাক কুকুৰে কাইট নোখোৱাকৈ গালি পাৰিলে। গালি-শপনিৰে বিষ্ণু মাষ্টৰৰো সাত-পুৰুষ উদ্ধাৰ কৰিলে। চাৰিওকালে বিচাৰ-খোচৰ লাগিল। কেইটামান উদ্যোগী ডেকাই চহৰৰ ফালেও বিচাৰি গ'ল কিন্তু লাভ একো নহ'ল। পোৱা নগ'ল।

তাৰ পিচত বহুদিন মহিমৰ নিৰুদ্দেশ হোৱাৰ কথা আমি পাহৰি গৈছোঁ। কাৰণ, তাতোকৈ ডাঙৰ আৰু আচৰিত ঘটনা ইতিমধ্যে বহুত ঘটি গ'ল। স্কুলৰ পৰা চাইকেলেৰে আহি থাকোতে এদিন বিষ্ণুমাষ্টৰক মটৰে খুন্দিয়ালে। তেজ-বমি কৰি থিতাতে মানুহজন মৰি থাকিল। যিটো ৰাস্তাত কাণ পাতি আমি এদিন দিনটোৰ ভিতৰত মাত্ৰ এবাৰ বা দুবাৰ অহা-যোৱা কৰা ট্ৰাকথনৰ ইঞ্জিনৰ শব্দ শুনিছিলো, সেই ৰাস্তাটোত এতিয়া ৰাতিপুৱা তিনি বজাৰ পৰা আৰম্ভ কৰি ৰাতি এটা-দুটা বজালৈকে অহৰহ মটৰগাড়ী-ঘোঁৰাগাড়ী চলিথকা হ'ল। ৰাস্তাটোৰ দুয়ো দাঁতিত এবেগেত আঁতৰে আঁতৰে বিৰাট দোকান-পোহাৰ বহিল। পাণদোকাত বহি দুপৰীয়া টোপনিয়াই থকা ল'ৰাটো এতিয়া ডাঢ়িয়ে-গোফে বিয়াগোম পুৰুষ হৈ পৰিছে। চাৰ্মিচ পাউদাৰৰ তিৰোতাজনী সঁচাকৈয়ে এদিন তাৰ

জীৱনলৈ নামি আহিল। তাই হাঁহিলে, নাচিলে, কথা ক'লে ; আৰু তাৰদৰে টোপনি গধুৰ ল'ৰাটোকো হুঁহুৱালে, নচালে, কথা কোৱালে। তাৰ দোকানৰ তলত কাগজৰ দমত শুই থকা ভোবোলা ছাগলীটোৱে এবাৰ হামিয়ালেও এসময়ত তাৰ বিৰক্তি লাগিছিল। এতিয়া দিনে-ৰাতি অসংখ্য ছাগলীৰ বেবনিকো হেলাৰঙে আওকাণ কৰি সি চূণ-জৰ্দা মিহলি পাণখোৱা দাঁত দুপাৰি উলিয়াই হিকৃহিকাই হাঁহি থাকিব পাৰে। কাৰণ, তাৰ দোকানৰ ওচৰতে দুগজ আঁতৰে আঁতৰে দুখন কচাইখানা বহিছে। তাৰ দোকানখনৰ পিচফালে নৰ্দমাৰ ওপৰতে অনেক কায়দা কৰি সি দুটা ৰুম বঢ়াইছে। যোৱাবছৰ খেতি-খোলা একো নোহোৱাত ক্লাছ এইটলৈকে পঢ়া খুলশালী ল'ৰাটোক মাতি আনি সি ৰুম দুটা দেখুৱাই দি কৈছিল, “চাই ল, এই দুটাই ৰুম। পাৰিবি, কিয় নোৱাৰিবি ? তহঁতৰ দৰে ল'ৰাই কৰোঁ বুলিলে একেৰাতিতে ঘৰত ইটা-চিমেণ্ট লগাব পাৰিবি। মইতো আছোৱেই। খাটিব লাগিব কিন্তু।” খাটিলে। খুলশালীয়েকে দিনে-ৰাতি তলমূৰ কৰি পৰিশ্ৰম কৰিলে। প্ৰথমে চাহদোকান, তাৰ পিছত ৰেস্তোৰাঁ, তাৰ পিছত চাহ-ভাত, থকা-শোৱা মিলাই হ'ল সাবিত্ৰীপ্ৰাইচ হোটেল। সাবিত্ৰী, তাৰ খুলশালীয়েকৰ বায়েকৰ নাম। অৰ্থাৎ চাৰ্মিচ পাউদাৰৰ টেমাৰ পৰা নামি অহা সঁচা তিৰোতাজনীৰ নাম ওচৰৰ ‘মিনাৰ্ভা’ আৰু ‘নিউইয়ৰ্ক’ হোটেলৰ নোটিচ বোৰ্ডত আঞ্জা-তৰকাৰীৰ বিজ্ঞাপন লিখা শিল্পীজন সাবিত্ৰীপ্ৰাইচ হোটেলেও নিযুক্ত কৰিলে। হোটেলৰ তিনিটা দেচুৱালী ঠাকুৰে নিমখ-আঞ্জা ছ-সাত-বাৰ মছলা দিও সোৱাদ কৰিব নোৱাৰে, সেইখন আঞ্জা শিল্পীজনৰ পেঞ্চিলৰ দুটা পাকতেই সুস্বাদু, সুগন্ধি টনিকত পৰিণত কৰিলে। ৰাস্তাৰ ফালে হালি থকা পাকৰীজোপাৰ জোপোহা ডালটোত কোনোবাই ৰচীৰে কায়দা কৰি ডাঙৰ কাপোৰ এখন আঁৰি দিলে— চম্পক নাট্যসমাজৰ নিবেদন। কাইলৈ গোল্ডেন চাৰ্কাচ, পৰহিলৈ ৰাজ্যিক লটাৰী, তাৰ পিছত হয়তো মাৰ্ক্সবাদী কমিউনিষ্টৰ মিটিং



ইত্যাদি। গাছজোপাৰ তলৰ ছাঁখিনিত ঘপ্-ঘপ্‌কৈ টেক্সী, স্কুটাৰ থামিল। একেলগে যোৱা পাঁচ-ছখন ট্ৰাকৰ ধোঁৱা আৰু ম'বিলেৰে ঠাইখিনি লেতেৰা হৈ পৰিল। ওচৰৰ ছোৱালী হাইস্কুলটো ছুটী হবৰ সময়ত ট্ৰাকবোৰৰ ঘূৰণীয়া গ্লাছকেখন আকস্মিকভাৱে ব্যস্তহৈ পৰিল। সেই সুযোগতে এদিন টাউন কমিটীৰ মানুহে পাকৰী-জোপাৰ গাত টিন এচলা মাৰি ৰঙা ৰঙা আখৰেৰে লিখিলে—নো পাৰ্কিং। এইবাৰ গাড়ীবোৰ ঠিক গছৰ তললৈ নাহি অলপ আঁতৰতে ৰৈ যোৱা হ'ল। অৰ্থাৎ ঠাইখনৰ পৰিসৰ আকৌ বাঢ়িল। বহিবলৈ ঠাই নেপাই হাতত চন্দুক আৰু পীৰা লৈ ঘূৰিফুৰা নাপিত চাৰিটাই পূৰ্বৰ সকলো ঘটনা পাহৰি এদিন চিলঠ-পেঞ্চিল লৈ সাবিত্ৰীপ্ৰাইচ হোটেলৰ এচুকত বহি গ'ল। পুৰা চাবিবশ ঘণ্টা হিচাব-নিকাচ চলিল। ফলস্বৰূপে ‘আলাউদ্দিন চাইকেল ষ্টোৰ'ৰ গাত আৰু এটা ৰুম গজিল। সিহঁত চাৰিটাই তাতে চেলুন খুলিলে। চেলুনৰ চাৰিখন কেচিৰ চিক্ চিক্ শব্দই দুদিনতে ঠাইখন চেহেৰা বদলাই দিলে। ‘গোস্বামী ক্লিনিক'ৰ দুৱাৰ মুখ মানুহেৰে ঠাহখাই পৰিল। তিনিদাগ ঔষধ আৰু তিনিটা পিলৰ বাবে ৰাতিপুৱাৰ পৰা লাইনত থিয় দি থকা দূৰৈৰ মানুহ কেইটাই দুপৰীয়াৰ সাজ সাবিত্ৰীপ্ৰাইচ হোটেলত খাই-লৈ পুনৰ লাইনত থিয় দিলে ; গধুলি পৰত হাতত গুদা বটলটো আৰু এপেকেট গ্লেক্স' বিস্কুট লৈ ঘৰলৈ উভতিল।

ইতিমধ্যে ৰঞ্জন আৰু মই কলেজত দুবছৰমান পঢ়ি আমনি লগাত ঘৰলৈ ঘূৰি আহিলোঁ। আহি হাইস্কুল, ক্লাব, থিয়েটাৰ, প্ৰগতিসংঘ, ডাক্তৰ, ট্ৰেক্টৰ ইত্যাদি বিষয়ক কামত মনপুতি লাগি পৰিলোঁ। নাম আহিল, মান আহিল, স্বীকৃতি আহিল। নগৰৰ নামকৰণ হ'ল চম্পক নগৰ। চম্পক নগৰ পৰিচালনা সমিতিৰ যুটীয়া সম্পাদক হলোঁ ৰঞ্জন আৰু মই। মাহেকে-পষেকে মিটিং বহে। মিটিঙত আমি বক্তৃতা দিওঁ; ৰাইজেও দুখ-সুখৰ কথা কয়। আমাৰ অভাব-অভিযোগ বহুত। সেইবোৰ

কাগজত উঠে। 'ভুক্তভোগী'য়ে কর্তৃপক্ষক টানি অনুৰোধ জনায়। কর্তৃপক্ষ নিমাত। লিখি লিখি আমনি লগাত 'ভুক্তভোগী'য়ে বুজিলে যে কর্তৃপক্ষ বুলি বস্তু এটা নাই। ক'ৰবাত আছে যদিও সি নাক, কাণ, চকু, মুখ নোহোৱা এটা জ্বৰ পদাৰ্থহে!

এনেবোৰ কাৰণতে ৰঞ্জন আৰু মই চিলং-গুৱাহাটীলৈ দৌৰা-দৌৰি কৰিলোঁ। তেনেকৈ এদিন চিলঙলৈ যাওঁতে হঠাৎ মহিমক লগ পাই গলোঁ। ৰঞ্জন আৰু মই অবাক। তাহানিৰ অজলা মহিম আৰু আজিৰ এই কৃষিবিভাগৰ উচ্চ-বিষয়া শ্ৰীযুত মহিম বৰুৱাৰ মাজত আকাশ-পাতাল প্ৰভেদ। আনন্দৰ আতিশয্যত আমি ইজনে-সিজনে আলিংগন কৰিলোঁ। সি বাটতে খধৰকৈ খবৰ সুধিলে—তাৰ পেহীয়েক মৰিবৰ কিমান বছৰ হ'ল, বিষ্ণুমাষ্টৰৰ মৃত্যুৰ খবৰটো পাই সি মৰ্মাহত হৈছিল, চম্পক নগৰৰ ৰিপোৰ্ট সি আগ্ৰহেৰে কাগজত পঢ়ে ইত্যাদি। আমিও যথাযথভাৱে উত্তৰ দিলোঁ, শলাগিলোঁ।

মহিমৰ চৰকাৰী বাসভৱনত বহি আমি তাৰো খবৰ ললোঁ।

—আচ্ছা, তইযে ইমানখিনি হ'লিহি, কেনেকৈ? ৰঞ্জনে সুধিলে। তই শব্দটো সি 'আপুনি'ৰ দৰে সম্ভ্ৰমেৰে উচ্চাৰণ কৰিলে।

এটা মিচিকিয়া হাঁহি মাৰি সি তাৰ পৰিবাৰৰ ফালে চালে। পৰিবাৰে কেঁচুৱাটোৰ লগত যুঁজি আছিল। সি কোলাৰ পৰা নামিব খোজে, পৰিবাৰে নিদিয়ে। মহিমে আজোৰ মাৰি কেঁচুৱাটোক কোলাত ললে; আৰু তাৰ নিৰুদ্দেশৰ পিচৰ পৰা এতিয়াৰ এই অৱস্থালৈকে সকলো কথাৰ আদ্যোপান্ত বিবৰি ক'লে। একেবাৰে শেষত সি কলে, "বুজিছ, মালাৰ দেউতাকৰ ওচৰত মই কৃতজ্ঞ; গতিকে মালাৰ ওচৰতো।" মহিমৰ পৰিবাৰে মিচিকিয়াই হাঁহিলে। পকাবিলাহীৰ দৰে টিকটিকিয়া ৰঙা, মঙহাল মালাৰ গাল দুখনলৈ চাই মহিমেও হাঁহিলে। তাৰ কোলাত কেঁচুৱাটোৱে আনন্দতে হাত-ভৰি জোকাৰিলে।



এটা কথা সুধিবলৈ আমাৰ মনটোৱে খু-দুৱাই থাকিল—সি পকাবিলাহী খাই এতিয়াও আগৰদৰেই তৃপ্তি পায়নে?

সুধিব নোৱাৰিলোঁ।

আহিবৰ পৰত মহিমে ঘৰৰ বাৰান্দালৈ সপৰিয়ালে ওলাই আহি আমাক বিদায় দিলে। তাৰ চকুত এক অদ্ভুত, বিচিত্ৰ ধূৰ্ত চাৱনি ফুটি উঠিল। আমাৰ মনত পৰিল তাহানিৰ সেইজন মহিমলৈ, ডিজেল ট্ৰাকৰ ওপৰত উঠি দুহাত দাঙি দিয়া মহিমলৈ—মহিমৰ দুহাতত দুটা পকা বিলাহী!

# কুকুহা

সম্পূর্ণ আধাঘন্টা জোৰা চিঞৰ-বাখৰ, গালি-গালাজ আৰু দুৱাৰ-খিৰিকীৰ ঘট্‌ঘট্‌ আৱাজৰ অন্তত এগিলাচ ঠাণ্ডাপানী ৰাখা-লৰ টেবুলত উপস্থিত হৈছেহি। গিলাচৰ তলিত এটা লতেৰা বোকাৰ স্তৰ। হ'ব পাৰে ভেকুলী কিম্বা অন্য জলচৰ প্ৰাণীৰ বিষ্টাও হ'ব পাৰে। হয়তো হ'ব পাৰে মাৰ জঁট-বন্ধা চুলিৰ অথবা ভন্টীৰ তিতা-মেখেলাৰ পানী। কাৰণ, গাৰ্হস্থ বিজ্ঞান মানে ভন্টীয়ে বুজে চাহ-ভাত, দুধদানী আৰু ব্লাউজ-ব্ৰা-কন্ট্ৰাচেপ্টিভ পিল ইত্যাদি। মাই বুজে, বিজ্ঞান আজিকালি আকাশতহে থাকে। পাকঘৰলৈ বিজ্ঞান কেনেকৈ সোমাব ? শোৱনি কোঠালৈ কেনেকৈ সোমাব ? আৰু মাৰ লগতেই দেখোন ভন্টীৰ দিন-ৰাতি আলাপ, ফুচ্‌ফুচীয়া মেল। মাৰ মনৰ হাতনি পেৰাটো ভন্টিৰ আগতহে মেল খায়। গতিকে, বাহৰ চকোৰা দিয়া কুঁৱাৰ পাৰত সিহঁতৰ তিতা চুলি আৰু মেখেলাৰ চট্‌প চট্‌প আৱাজ শুনি ৰাখালৰ মূৰ কামুৰিবই ! গিলাচৰ গাত ভন্টীৰ হাতৰ স্ন'-পাউডাৰৰ মিশ্ৰ গোন্ধ ওৰফে তাইৰ প্ৰায় তিনি কুৰি দাদাৰ ওঁঠৰ পৰা অহা সোণালী ভাৰ্জিনিয়া ধঁপাতৰ বিজ্ঞাপন ; নাইবা, মাৰ কৰ্কশ টেট্টু ওৰফে হাপানীগ্ৰস্ত দেউতাৰ যন্ত্ৰণা-বিহ্বল শ্বাস-প্ৰশ্বাস। আৰু, একগণ্ডা খুচুৰা পইচাৰ অসহ্য হুলস্থুলৰ তৰঙ্গ গিলাচৰ পানীত। নেপথ্যত, দেউতাৰ বাওঁ চকুৰ কোণত দিবাৰাত্ৰি জিলিকি থকা চকুলোৰ নিশ্চলতা।

প্ৰসঙ্গক্ৰমে, সদা মামাৰ কথা উল্লেখযোগ্য, "ভিনদেউৰ চকুলৈ চাইছে ? বাম চকুলৈ ?"

"ওঁ", ৰাখালৰ মাতত পোহৰৰ ঋজুৰেখ গতি, "তুমি চকুলো টোপাৰ কথা কৈছা ?"



"অঁ। সেই টোপাতো কোনোদিনে সৰি পৰা নাই ; কিয় ?"

"মানে ইয়ে আৰু ; চকুলো টোপাৰ যিটো ওজন সেইটো বাহিৰৰ বায়ুৰ চাপে ইয়ে কৰিছে সেইবাবে।"

"গৰু, সেইটো বিদ্যা লৈ পদাৰ্থ বিজ্ঞানত এম-এচ-চি পাছ কৰিছ।" সদা মামাই শুদ্ধ বাতৰি পৰিবেশন কৰা নাই। ৰাখালে পদাৰ্থ বিজ্ঞানত এম-এচ-চি পঢ়িছিলহে ; কিন্তু পাছ কৰাৰ আগতে বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই তাক অবাঞ্ছিত বুলি ঘোষণা কৰিলত সি ঘৰলৈ ঘূৰি আহি-ছিল। ৰাখালৰ অপৰাধ বিশ্ববিদ্যালয়ৰ ছাত্ৰ-সন্থাৰ সহযোগত সি এটা শক্তিশালী ধৰ্মঘট কৰিছিল। সেই ধৰ্মঘটে বিশ্ববিদ্যালয়ৰ প্ৰশাসন যন্ত্ৰ ছমাহলৈ অচল কৰি দিছিল। কৰ্তৃপক্ষৰ পৰা তালৈ ব্যক্তিগতভাৱে নানা লোভনীয় প্ৰস্তাৱ আৰু কম্প্ৰ'মাইজৰ ইঙ্গিত আহিছিল। কিন্তু সেই সকলোবোৰ ভৰিৰে ঠেলি দি ৰাখাল নিজস্ব বিশ্বাসত অটল হৈ থাকিল। শেষত বিশ্ববিদ্যালয় কৰ্তৃপক্ষ তাক অবাঞ্ছিত বুলি ঘোষণা কৰিলে।

সদা মামাই ৰাজনীতি বিজ্ঞানত বেক লৈ বি-এ পাছ কৰিছিল। কিন্তু, সদা মামাৰ হাতত ৰাখাল পৰাস্ত প্ৰায়। ভাগ্যে যেনিবা হেন সময়তে হাতত গামোচা আৰু ঘটি লৈ মাৰ প্ৰৱেশ। পিচে পিচে ভন্টীৰ যিবা-আজ্ঞা-মহাৰাজ ধৰণৰ পদচালনা।

"তই ইয়াতে ভাত খাই যাবি, বুইছ ? হাত-মুখ ধুই ল।" মাৰ কণ্ঠত কোনো প্ৰকাৰৰ যান্ত্ৰিক বিজুতি নাই। তথাপি সদা মামাই এবাৰ আপত্তিসূচক ভ্ৰূসঙ্কোচন কৰি বাহিৰলৈ দৃষ্টি নিক্ষেপ কৰিলে। দৃষ্টিটো ভন্টীয়ে খপ্‌কৈ ধৰি পেলালে। তাই ক'লে, "ইস্‌ ইস্‌, আজিও পলাব খুজিছা নেকি ? আজি সেইটো নহ'ব। ভন্টীৰ মাতৰ মসৃণতাই ৰাখালক চুই গ'ল। সদা মামালৈ ইমান চেনেহ কিয় তহঁতৰ ? মাৰ কথাটো সুকীয়া। নিজৰ ভায়েক যেতিয়া, কিছু আবদাৰ কৰিবই। তোৰ ইমান গৰজ কিয় ? কি দিছে সি তোক ? বছৰ দিনৰ মূৰত এদিন আহিব ;' ছুটুকুৰা ৰঙা-নীলা ব্লাউজৰ কাপোৰ

দিব। অথচ, এই বছৰ দিনে তই কি খালি, কি পিন্ধিলি সেই খবৰ সি লৈছে নে ? ছুটুকুৰা ব্লাউজৰ কাপোৰ ; সেইটো নো কি কথা। তাৰ যিটো চাকৰি সেই চাকৰি এই ছুটুকুৰা কাপোৰ ছুই মিনিটৰ ইনকাম। ইন্দিৰা গান্ধীয়ে চিলঙত আহি যিমান ৰিচি্পচন পায় সিমান ৰিচিপ্চন সদা মামাহঁতৰ দৰে একোটা অফিচাৰে চব্বিশ ঘণ্টাই পাই থাকে। এজনী বিলাতী মেমৰ কোলাত এটা এল্চেচিয়ান কুকুৰে যিমান আবদাৰ পায় সিমান আবদাৰ সদা মামাই অফিচত পাই থাকে জান ?

ছিঃ ৰাখালে খুব চৰম পালে। ভয় খালে। সাংঘাতিক কথা হৈছে। তাৰ মনৰ স্বাভাৱিক ঈৰ্ষাপৰায়ণতাই এই ছুবছৰতে প্ৰায় হীনমন্যতাৰ অবয়ব লৈছে। অথচ, ইয়াৰ ভিতৰতে তাৰ সমস্ত পৰিকল্পনা এক প্ৰকাৰ সম্পূৰ্ণ হৈ উঠিছে। বাকী আছে কেৱল সময়ৰ নিৰ্ধাৰণ। কিছু কূটাঘাতমূলক কাৰচাজিৰ প্ৰয়োজন হৈছে। ৰাখালে অৱশ্যে উদয়াস্ত পৰিশ্ৰম কৰিছে তাৰ বাবে। কিতাপ-পত্ৰ ঘাটিছে। নক্সা-ফক্সাৰো দৰ্কাৰ হৈ পৰিছে।

কথাটোৱে ভাতৰ পাততে ৰাখালক বিব্ৰত কৰি থাকিল। ভাজি-তৰকাৰী আৰু ভাতৰ নামত এদ'ম গাহৰিৰ দানা তাৰ আগত পৰিছে। সদা মামাক মাই আৰু ভন্টীয়ে মাতি নি একেবাৰে আখলৰ চুকত বহুৱাই লৈছে। সদা মামাক সিহঁতে খাবলৈ কি দিছে সি দেখা নাই। কেৱল তাৰ মুখৰ কটপ্ কটপ্ শব্দটো আহি ৰাখালৰ কাণত পৰিছে। সদা মামাৰ সেইটো স্বভাৱ মা আৰু ভন্টীৰ দ্বাৰা উচ্চ-প্ৰশংসিত : মানুহটোৰ খোৱা-লোৱাত লক্ষণ আছে। সেই বাবেই সেইখিনি হবহি পাৰিছে।

"জানো, আঞ্জা-ভাত কি হৈছে ক'বই নোৱাৰোঁ। খৰি-খেৰৰে হাহাকাৰ। মাই অভিযোগ কৰিছে সদা মামাৰ আগত।

"কিয়, সি ৰাখালে কি ধোঁৱাৰ ধাঁহ কাটি থাকে ? খৰি কেইডালো চাই দিব নোৱাৰেনে ?" কথা ছুষাৰে ৰাখালক বিন্ধি গ'লহি।



ফুটছাই ধাঁহি মৈদাৰ ওপৰত তুলি লোৱা কাৰৈ-মাছৰ দৰে সি ধৰ্ফৰাই উঠিল। দেউতাই বিছনাত বাগৰ সলাব খুজি কেঁকাইছে। সদা মামাৰ কাঁহীত ভাজি-তৰকাৰী জাতীয় কিবা এটা পৰিছে। ৰাখালৰ টেবুলত এটা অস্বস্তিকৰ ঘৰ্ঘৰনি উঠিল। সদা মামাৰ কণ্ঠস্বৰ কিঞ্চিৎ নাকীসুৰীয়া। অবএব, বিৰক্তি দায়ক। অৱশ্যে উপযুক্ত এমপ্লিফিকেশ্যন হ'লে তাৰে চলি যাব।

"ইহঁত ক'লৈ গৈছে বাইদেউ ?"

"কোন ?"

"ইহঁত, সৰু সৰু কেইটা ?" আচৰিত। এইবাৰ সদা মামাই পৰিষ্কাৰ গলৰে কৈছে।

"দিনটো ঘৰত নাথাকেই। ক'ত বা মৰিছেগৈ। মাৰ স্মৃতিশক্তি দ্ৰুত গতিত হ্ৰাস পাইছে। দেখাদেখি প্ৰমাণ। কাৰণ, মাই পাহৰিলে নচলিব যে সিহঁতে ৰাতিপুৱাতেই খালী পেটে স্কুললৈ গৈছে। আৰু ছুৰন্টা পাচতে সিহঁতে আহি বিভিন্ন ৰাগত আলাপ, বিলাপ আৰু প্ৰলাপ আৰম্ভ কৰিব। তাৰ পূৰ্বাভাস ৰাখালৰ টেবুলৰ পানী গিলাচত ধ্বনিত হৈছে। এটা সুদীৰ্ঘ, অন্ধকাৰ সুৰঙ্গ পাৰ হৈ শৰীৰত অশ্লীল হট্টগোল লৈ এথন ব্যস্ত জনাকীৰ্ণ শিল্প নগৰীত উপনীত হোৱা এখন ৰেলগাড়ীৰ শব্দৰ দৰে সেই ধ্বনি ক্ৰমাৎ তাৰ টেবুললৈ আগুৱাই আহিছে।

হাত-মুখ ধুই উঠি ৰাখালে চীনা মাটিৰ কাঁহীখন টেবুলৰ পৰ নমাই মাটিত থলে। তাৰ পাচত গিলাচৰ অৱশিষ্ট পানীখিনিলৈ সতৃষ্ণ নয়নে চাই পঠিয়ালে। কিন্তু পানীৰ নামত এমথা লেতেৰা বোকা গিলিবলৈ তাৰ মন নগ'ল। বেৰৰ জলঙাৰে আহি সূৰ্য্যৰ পোহৰ বোকাখিনিৰ ওপৰত পৰিছে। ধুধূকৈ জ্বলা উত্তপ্ত এখন মৰুভূত এখন শস্য-শ্যামলা মৰুদ্যানৰ সৃষ্টি হৈছে। সুদৃশ্য অথচ ক্ষন্তেকৰ দৃশ্যপট। এটা ভাৱবাহী ক্লান্ত উটৰ দৰে ৰাখালৰ মনটো সেই মৃগ-তৃষ্ণাৰ অন্বেষণত লাহে লাহে উধাও হ'ল। অন্যথায়, তাৰ বৈজ্ঞানিক চিত্ত-বৃত্তিয়ে ভন্টীৰ উপস্থিতিহে সেই মুহূৰ্তত কামনা কৰিলে। কিমান

খেচ্‌খেচনি তাইৰ—আকাশৰ ৰং নীলা কিয় ?  তাই অহা হলে ভাল আছিল। তাইৰ আগত গোটেই প্ৰক্ৰিয়াটো সি এতিয়া নিয়াৰিকৈ প্ৰদৰ্শন কৰিব পাৰিলেহেঁতেন। সি আৰু বুজাই দিব পাৰিলেহেঁতেন যে ইয়াৰ পৰা, ঠিক এইখিনিৰপৰা আৰু অলপ আগুৱাই গ'লে তাই চি-ভি-ৰামণক লগ পাব।

কিন্তু নাই। ভন্টীৰ কোনো ঠিকনাকে সি সংগ্ৰহ কৰিব নোৱাৰিলে। সি কিছু বিৰক্ত হ'ল।

পাকঘৰৰপৰা সদা মামাৰ ধাতৱ কণ্ঠস্বৰ ভাঁহি আহি তাৰ কাণত পৰিল, "ভন্টী, তই অলপ চম্ভালি চলিবি। দেউতাৰৰ অৱস্থাও কাহিল। এই ৰাখালটো, সিও পঢ়ি-শুনি বিপথে গ'ল। লোকে পঢ়ি-শুনি হাকিম-মুঞ্চিফ হয়। আমাৰ ল'ৰা হ'ল বিপ্লৱী। আৰু, ইকেইটাও কোন বাটে যায়। তই, মাৰৰ অলপ সহায় কৰি দিবিচোন। মাৰৰ কষ্ট হৈছে নহয়।" ভন্টীয়ে এতিয়াহে বুজি পালে সদা মামাই কাপোৰ দুটুকুৰা এনেয়ে দিয়া নাই। তাৰ মাজত ৰাখালৰ বাবে স্পষ্ট আৰু তাইৰ বাবে অস্পষ্ট এটা স্বাৰ্থ লুকাই আছে। ভন্টীৰ কাঁহীত ভাতৰ মাজে মাজে এটা শিলগুটি ঘূৰি ফুৰিছে। তাই ঠিক ধৰিব পৰা নাই কোনখিনিত—মানে, কোনটো কো-অৰডিনেট্‌চত—আছে শিলগুটিটো ? কিন্তু আছে যে খাটাং। ৰাখালে বুজিছে ; শিলগুটি আৰু কাঁহীৰ সংঘৰ্ষত যিটো ঘৰ্ঘৰ শব্দ বাহিৰ হৈছে, তাৰপৰা ৰাখালে বুজিছে, শিলগুটিটো তাইৰ আঙুলিৰ ফাঁকতেই আছে।

কাগজখনৰ ওপৰত ৰঙা পেঞ্চিলডালেৰে আনুমানিক যাঠি ডিগ্ৰীৰ কোণ কৰি ৰাখাল আকৌ ব্যস্ত হৈ পৰিল। চিনেমাত লিখাৰ দৰে তীব্ৰ বেগে সি লিখি গ'ল। ৰাইফলৰ গুলীৰ দৰে চিন্তাবোৰ তাৰ মনত ক্ষন্তেকৰ বাবে উপস্থিত হৈছে আৰু পিচমুহূৰ্ততে প্ৰচণ্ড গতিত বাহিৰ ওলাই আহিছে। কাগজখিলাত যেন হঠাৎ একুৰা জুই জ্বলিছে। পেঞ্চিলৰ সীহটো জুইৰ আঙঠাৰ দৰে জ্বলি উঠিছে।



কিন্তু, হঠাৎ কি হ'ল। জুইকুৰা নুমাল। পেঞ্চিল থমকি ৰ'ল। অৱশ্যে ৰাখালে বুজিলে অক্সিজেনৰ প্ৰবাহ বন্ধ হোৱা বাবেই যে জুইৰ শিখা নুমাইছে এনে নহয়। বিজুতি ক'ৰবাতহে। পেঞ্চিলৰ সীহটো ক্ষয় গৈ অদৃশ্য প্ৰায়। অৰ্থাৎ, কাগজ আৰু পেঞ্চিলৰ স্বাভাৱিক সমন্বয় সাধনত ব্যাঘাত জন্মিছে। তাৰ বাবে আমি দুখিত—এনে এক বৈষ্ণৱী বিনয় তাৰ মুখমণ্ডলত প্ৰতিভাত হৈ উঠিল। ফুঃ। যান্ত্ৰিক বিজুতি! তাত দুখিত হ'বলৈ কিডাল আছে ? দুখ হ'ল হৃদৰ বস্তু ; যন্ত্ৰৰতো হৃদয় নাই। তেন্তে এইবোৰ কম্প্ৰ'মাইজ কিয় ? কম জ্বালাত শ্যামল বেনাৰ্জীয়ে কৈছিলনেঃ অসমত যেতিয়া কমিউনিষ্টৰ মেজৰিটী হ'ব, তেতিয়ালৈকে কলিকতাত দুটামান ফৰাচী বিপ্লৱ হৈ যাব! অন্ততঃ সুভাষ বসুৰ জীৱনী ৰেপিড্‌ ৰিডিঙত থকা পৰ্য্যন্ত বা 'দেশতকৈ মোমাই ডাঙৰ নহয়' ইত্যাদি হাতৰ আখৰ হৈ থকা পৰ্য্যন্ত অসমৰ একো উন্নতি নহয়।—অৱশ্যে শ্যামলৰ মুখত এইবোৰ কথা শোভা নাপায়। কাৰণ, তলে তলে সি ফৰেইন্ স্কলাৰশ্বিপৰ চেষ্টাত আছে। ফৰেইন্‌ৰপৰা আহি সিও যথাবিহিতভাৱে মুখ বন্ধ কৰি দোকানত ওলোমাই থোৱা এটা চৌখিন, ৰঙীন বেলুন হৈ বুদ্ধিৰ বজাৰত ওলমি থাকিব। তাৰ আয়ুস নিৰ্ভৰ কৰিব এটম'চ্‌ফিয়াৰিক প্ৰেছাৰৰ ওপৰত।

হঠাৎ ৰাখালে চীৎকাৰ কৰি উঠিল, "ভন্টী, ভন্টী!" প্ৰায় হাঁহৰ গড়ালৰ দৰে ঠেক, লেতেৰা, দুৰ্গন্ধময় তাৰ এসময়ৰ আকবৰৰ শাসন-প্ৰণালী মুখস্থ কৰা কোঠালীটোৰ ভিতৰত তাৰ মুখৰপৰা ওলোৱা শব্দ দুটাই ভন্টীক বিচাৰি হায়ৰাণ হৈ পৰিল। পাকঘৰত কাৰো উমঘাম নাই। বোধহয় সদা মামাই ভন্টীৰ আগত মনৰ কথা পাতিছে। মাই কুঁৱাৰ পাৰত কাঁহী-বাটি ধুইছে। সি আকৌ চিঞৰিলে, "ভন্টী, ভন্টী!"

"কি হ'ল ?" এইবাৰৰ শিল্পী ভন্টী। তাইৰ কণ্ঠ সুৱদী, "কি হ'ল ইমান চিঞৰিবলৈ, ক'তনো বাঘ-ঘোংটো ওলাল ?"

"হেৰি নহয়, ব্লেডখন কি কৰিলি, ব্লেডখন ?"

"আছে। কাপোৰ কাটিম বুলি নিছিলোঁ। তোমাৰ ব্লেডৰ যিহে ধাৰ! নোৱাৰিলোঁ।" ভন্টী আগবাঢ়ি অহাৰ উমান পোৱা গ'ল, "হোৱা, তোমাৰ বস্তু।" এফাল ভাগি ইতিমধ্যে অন্তৰ্ধান হোৱা ব্লেডখন ৰাখালে হাত পাতি লৈ তাইৰ মুখলৈ চালে। তাই মুখখন আঁৰ কৰি ধৰিবলৈ চেষ্টা কৰিলে। দাঁতেৰে কামুৰি লৈ চাদৰৰ আচলটো পাৰেমানে টানিলেহে টানিলে, চাদৰখন ডেঞ্জাৰ লেভেল পাৰ হৈ আহিল, কিন্তু তাইৰ মুখখন ঢাক নাখালে। সি সুধিলে, "তোমাৰ গালত কি হ'ল?" ৰাখালৰ অবাক দৃষ্টি পুনশ্চ ভন্টীৰ গালত নিক্ষিপ্ত হ'ল। এটা পকা আপেলৰ গাত যেন দুপাৰি দাঁতৰ চিন বহি আছে। তাইৰ বুকু, পিঠি, হাত, ডিঙি ইত্যাদি সংৰক্ষিত অঞ্চলতো সদা মামাৰ গোপন অভিনিবেশৰ সাক্ষ্য ফৰিংফুটা হৈ আছে

ৰাখালৰ প্ৰশ্নত ভন্টীৰ মুখখন আৰু ৰঙা পৰি উঠিল। চকু দুটা জলজলীয়া পৰিল। গতিকে সামৰিক তৎপৰতাৰে ৰাখালে পৰিস্থিতিটো আয়ত্ব কৰিবলৈ চেষ্টা কৰিলে। সি ক'লে, "ধেৎ পাগলী, মুখখন মচিবলৈ পাহৰি গলি নহয়? যা যা—মাৰ আকৌ খং উঠিব।" অৰ্থাৎ, মাৰ আগতেও এবাৰ খং উঠিছিল। কিন্তু ৰাখালে জানে, মাৰ মেজাজ আজিকালি অনবৰত নাইন্টি নাইন হৈ থাকে। ভন্টীক কথাষাৰ সি এনেয়ে ক'লে।

কাঁহী, বাটি আৰু গিলাচ লৈ ভন্টী ওলাই গ'ল। ৰাখালে এতিয়াহে বুজিলে, ভন্টীয়ে গুদা গাতে চাদৰখন মেৰিয়াই লৈছে। ব্লাউজ পিন্ধা নাই।

দেউতাই এবাৰ কষ্টেৰে কাহিলে। অবসৰপ্ৰাপ্ত স্কুল-শিক্ষকৰ কাহ। মাই ভন্টীৰ উদ্দেশ্যে কিবা জৰুৰীকালীন ঘোষণা কৰিছে। সদা মামাই চোতালত থিয় হৈ কৈছে, "আজিকালি কোনে কাক বহুৱাই খুৱাব? চাকৰি-বাকৰি নহ'ল যেতিয়া ঘৰতে অলপ সহায় কৰি দিব লাগে। কাম কৰিবি, খাবি। সেইহে কথা।" সদা



মামাই 'জনগণ' গাই গুচি গ'ল। গানৰ সুৰটোৱে বহু সময়লৈ ৰাখালৰ পেঞ্চিলৰ গতি নিয়ন্ত্ৰণ কৰি থাকিল।

সি কিবা এটা লিখিব খুজেছে, কিন্তু লিখিব পৰা নাই। ঠিক শব্দটো তাৰ পেঞ্চিলৰ ৰঙা সীহটোৰে ওলাই অহা নাই। ঠিক সেই শব্দটো, যিটো এই সময়তে লেনিনে ব্যৱহাৰ কৰিলেহেঁতেন, ভল্টেয়াৰে ব্যৱহাৰ কৰিলেহেঁতেন, চে গুৱেভেৰা বা কানু সান্যালে ব্যৱহাৰ কৰিলেহেঁতেন—সেই শব্দটো সি বিচাৰি পোৱা নাই। অৱশ্যে সেই বাবে বেচিকৈ মস্তিষ্কৰ কচৰৎ কৰাৰ প্ৰয়োজন নাই। প্ৰকৃততে ৰাখালৰ বক্তব্য কি হোৱা উচিত সেইটোহে আচল কথা। বিশ্ববিদ্যালয়ত ৰাখালৰ প্ৰভুত্ব অদ্যাপি অটুট আছে বুলিয়েই তাৰ বিশ্বাস। কিয়নো, এসময়ত সি বিশ্ববিদ্যালয় ছাত্ৰ সন্থাৰ অপ্ৰতিদ্বন্দ্বী সম্পাদক আছিল। এতিয়াও যদি সি কিবা এটা প্ৰস্তাৱ দিয়ে, কিবা এখন আঁচনি ছাত্ৰ-ছাত্ৰীসকলৰ আগত উত্থাপন কৰে তেওঁলোকে তাত নিশ্চয় অকুণ্ঠ সঁহাৰি জনাব। অন্ততঃ এইদৰে ভাবিবৰ মনোবল এটা এতিয়া ৰাখালৰ আছে। দিনে দিনে সেই আত্মবিশ্বাসকণ টুটি নগৈ ক্ৰমাৎ নতুন উদ্দীপনাৰে বলীয়ান হৈহে উঠিছে। তাৰ প্ৰমাণ ৰাখালৰ পেঞ্চিলৰ প্ৰতিটো খোচতে পৰিস্ফুট হৈছে। বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰী আৰু কৰ্তৃপক্ষক সম্বোধি অগ্নিবৰ্ষী ভাষাত লিখা তাৰ সুপ্ত বিপ্লৱী সত্বাৰ পূৰ্ণ অবয়ব এয়া কাগজত মূৰ্ত হৈ উঠিছে। কাইলৈ, ওহোঁ নহয়, আৰু চাৰিদিন পিচত বিশ্ববিদ্যালয়ৰ সমাৱৰ্তন উৎসৱত এই পত্ৰই নিঃসন্দেহে এটা আলোড়নৰ সৃষ্টি কৰিব। এই আলোড়ন তাক লাগে। এই হুলস্থুল তাক লাগে। এটা উৎকণ্ঠাৰ বুকুত আজি সি বাস কৰিছে। এটা বিস্ফোৰণ উন্মুখ আগ্নেয়গিৰিৰ জ্বালামুখত সি বহি আছে। সি জানে; মা, ভন্টী, সদা মামা আটায়ে এই কথা জানে! এটা হাৰৈত জুই লগাই দিয়া আৰু হাৰৈটো ফুটি যোৱাৰ মাজৰ যিটো মুহূৰ্ত সেই মুহূৰ্তৰ উৎকণ্ঠাত সিহঁত জীয়াই আছে। মাই ভাবিছে, সদা মামাই বুজিছে আৰু সদা মামাহঁতৰ

কৈদৰ আটায়ে বুজিছে হাৰৈটো ফুটি গ'লে ক'ৰবাত দাউ দাউকৈ জুই জ্বলিব ; সেই জুয়ে মানুহ, গৰু আনকি মহাত্মা গান্ধীৰ ছবি পৰ্য্যন্ত পুৰি ভস্মীভূত কৰিব। সেইবাবে সেইকুৰা জুই সিহঁতক নালাগে। কিন্তু ৰাখালে ভাবে আৰু ৰাখালৰ শিবিৰৰ আটায়ে ভাবে হাৰৈটো ফুটি গ'লে তাৰ চাৰিওফালে বৃত্তাকাৰে জুম পাতি থকা জীৰ্ণ-শীৰ্ণ, বিকলাঙ্গ, অৰ্দ্ধাহাৰী, অনাহাৰী, বিবস্ত্ৰ নৰ-কঙ্কালবোৰৰ শুকান মুখবোৰ ক্ষন্তেকৰ বাবে হ'লেও পোহৰ হৈ উঠিব। সেইবাবে সেইকুৰা জুই সিহঁতক লাগে। সেইকুৰা জুইৰ উমান সিহঁতে পাইছে। হাৰৈটো ফুটিবলৈ আৰম্ভ কৰিছে। হাৰৈটোৰ পৰা চালফাৰৰ গন্ধ আহি সিহঁতৰ নাকত লাগিছে। তীব্ৰ মধুৰ মদিৰ সেই গন্ধ। আজি দুবছৰে বহিৰ্জগতৰপৰা এক প্ৰকাৰ ইনচুলেটেড হৈ ঘৰতে থাকি ৰাখালে অস্তিত্ব হৃদয়ত পালন কৰিছে।

মাজে মাজে তাৰ অনুভৱ হৈছিল, তাৰ হৃদয়ে, তাৰ সমগ্ৰ সত্বাই যেন এটা এক্স'প'জাৰ বিচাৰে। কোনো ছাঁয়া নাই, কোনো প্ৰচ্ছায়া নাই তেনে এক উদ্ভাসিত দৃশ্যপটৰ সন্ধানত তাৰ হৃদয় মাজে মাজে উদ্বাউল হৈ পৰে। সি যেন এখন সাঁকো বিচাৰে, যিথন সাঁকোৰে এই লেতেৰা পূতিগন্ধময় গড়ালৰপৰা ওলাই সেই উদ্ভাসিত দৃশ্যপটলৈ যাব পাৰি, যিথন সাঁকোৰে ক্লাচিকেল মেকানিক্সৰপৰা কোৱাণ্টাম মেকানিক্সলৈ যাব পাৰি, ৰ'জ্‌মেনৰপৰা আইনষ্টাইনলৈ যাব পাৰি। কন্তু, সেই সাঁকো সাজিবলৈ প্লান্ক্‌ ক'ত, প্লান্কৰ ধ্ৰুৱক ক'ত ?

ৰাখালৰ পেঞ্চিলেৰে জুই ওলাইছে। বৰ আতঙ্কজনক, বৰ সন্দেহজনক গতিৰে সেই জুই কোঁকোৱাই আগবাঢ়িছে। সদামামাহঁতৰ বিশ্বাসৰ খেৰণিতো জুইৰ আগ পৰিছে। কুকুহাও উৰিছে।

সদা মামা যোৱাৰ পাচত ঘটনাৰ গতি আৰু তীব্ৰ হ'ল।

ৰাখালৰ পত্ৰই প্ৰেছৰপৰা ওলাই আহি হেণ্ড্‌বিলৰ আকৃতি ললে। তিনি হাজাৰ কপি ছপা হৈছে। ছপা খৰচ যোগালে চাৰিটা কাঠৰ মিলৰ মালিক যদু দত্তৰ কনিষ্ঠ পুত্ৰ সিদ্ধাৰ্থই। সিদ্ধাৰ্থৰ লগত ৰাখা-



লৰ বন্ধুত্ব সিও এক বিস্ময়। সিদ্ধাৰ্থৰ চব আছে ; ৰাখালৰ একো নাই। অথচ, কোনোবা খিনিত বৈদ্যুতিক প্ৰক্ৰিয়াৰে দুয়োৰো ফিল'চফি—আঃ, সেইবোৰ নেহাৎ কাব্যিকতা—আকস্মিকভাৱে মিলি গ'ল। ৰাখালৰ বিশ্বাস বিশ্ববিদ্যালয়ৰ নতুন ছাত্ৰ সন্থায়ো তাৰ প্ৰতি আশাতীত সঁহাৰি জনাব। ৰাখালৰ হেণ্ড্‌বিলৰ প্ৰতিটো শব্দতে তেওঁলোকে শুনিবলৈ পাব দুঃস্বপ্ন ভৰা এক কালৰাত্ৰিৰ অৱসানৰ ঘণ্টাধ্বনি। সমাবৰ্তন উৎসৱত ৰাখালে হেণ্ড্‌বিল বিতৰণ কৰিব আৰু বিশ্ববিদ্যালয়ৰ আচাৰ্য্য, উপাচাৰ্য্যকে ধৰি সমূহ ছাত্ৰ-ছাত্ৰীৰ আগত সি সেইখন পঢ়ি শুনাব। হেণ্ড্‌বিলত কেইটামান অতি গুৰুত্বপূৰ্ণ দাবী উৎথাপন কৰা হৈছে। অৱশ্যে ৰাখালৰ পূৰ্বৰ ধৰ্মঘটতো এই কেইটা দাবী উৎথাপন কৰি সেইবোৰ পূৰণ কৰিবলৈ কৰ্তৃপক্ষক এটা তাৰিখ ধৰি দিয়া হৈছিল। কিন্তু কৰ্তৃপক্ষই ৰাখালহঁতৰ কথাত গুৰুত্ব আৰোপ নকৰিলে। শিক্ষা দানৰ নামত স্বেচ্ছাচাৰিতা চলিয়েই থাকিল।

সেইবাবে ৰাখাল কিছু কঠোৰ হৈছে। সি আশ্বাস নিবিচাৰে, প্ৰতিশ্ৰুতি নিবিচাৰে। বিচাৰে কেৱল দাবী পূৰণ। উপস্থিত দৰ্শকৰ আগত কৰ্তৃপক্ষই বিশ্ববিদ্যালয়ৰ 'এক্‌জিষ্টিং ক্ৰচ' সলনি কৰিব লাগিব। অৰ্থাৎ, নতুনকৈ ৰচনা কৰিব লাগিব। সেই পৰামৰ্শও ৰাখালে দিছে। মাত্ৰ দুঘণ্টা সময় দিয়া হ'ব। তাৰ পাচতো যদি কৰ্তৃপক্ষ ইয়াত সন্মত নহয়, তেনেহ'লে বিশ্ববিদ্যালয় বন্ধ কৰি দিয়ক। ডিগ্ৰী অৰ্জনৰ নামত এইদৰে লাখ লাখ পিতৃ-মাতৃ আৰু ভাতৃ-ভগ্নীৰ মুখৰ ভাত কাঢ়ি খোৱাৰ দৰে ঘৃণনীয় কাৰ্য্য বন্ধ কৰি দিয়ক। মাত্ৰ কেই জনমান স্বাৰ্থপৰ, বিবেকশূন্য অসুৰৰ হাতত দেশৰ অৰ্থনীতিৰ চাবি-কাঠি অৰ্পণ কৰি, খ্যাতিৰ স্বৰ্ণ জখলা বিচাৰি হাবাথুৰি খোৱা কেইজনমান বিলাসী লোকৰ হাতত কৃষ্টি-সংস্কৃতিৰ ৰাজদণ্ড তুলি দি বিশ্ববিদ্যালয়ৰ শিক্ষাদান যন্ত্ৰত এইদৰে অৰ্থনীতি, সাহিত্য কিম্বা বিজ্ঞানৰ উচ্চতম ডিগ্ৰীৰ পোছাক চিলাই কৰি কি লাভ ? সেইটো পোছাকেৰে ৰাখালে কি কৰিব ? ক'ত পিন্ধিব সি ? ইত্যাদি বহুত কথাৰে তাৰ হেণ্ড্‌বিলৰ

প্ৰথম পৃষ্ঠা ভৰ্তি। তাৰ পিচত, ৰাখালৰ হেণ্ডবিলৰ দ্বিতীয় পৃষ্ঠাই ঘটনাৰ গতি নিয়ন্ত্ৰণ কৰিব। সৰ্বশেষত কেনেকুৱা দৃশ্যৰ সৃষ্টি হ'ব সেই সম্পৰ্কে ৰাখালৰ কোনো স্পষ্ট ধাৰণা নাই। হয়তো বৰ আবেগিক কিবা এটা কাণ্ড হৈ যাব পাৰে। একো আচৰিত কথা নহয়। আবেগ বুলিলেই সি অস্পৃশ্য হ'ব নোৱাৰে। পৃথিৱীৰ বহুত বৰ বৰ ঘটনা আবেগৰ দ্বাৰা সংঘটিত হোৱাৰ প্ৰমাণ ৰাখালৰ আছে। অৱশ্যে ইয়াৰ বাবে ৰাখালৰ সৰ্বপ্ৰথম প্ৰয়োজন হ'ব বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ সমৰ্থন আৰু সহযোগিতা। তাৰ বিশ্বাস সেইখিনি সি অনায়াসে পাব।

এই তিনি দিনৰ ভিতৰতে ভণ্টীৰ গাত এটা নতুন ব্লাউজ ওলমিল। মাৰ দাঁতৰ আলুই কেঁহেৰাজ বৰণ ধৰিলে। দেউতাৰ চকুৰ কোণত ওলমি থকা চকুলোটোপাৰ ইকুইলিব্ৰিয়াম্ ভঙ্গ হ'ল। তাৰ ঠাইত আকৌ এটোপাল নতুন চকুলো হাজিৰ হ'লহি। সৰু সৰু কেইটাই মাৰ আঁচলত ধৰি বিভিন্ন ৰাগত আলাপ-বিলাপ আৰু প্ৰলাপ আৰম্ভ কৰিলে। সদা মামাৰ অনুপস্থিতিত আখলৰ চুকত বহুকেইজন বহিল। সিহঁতৰ কথা-বতৰা, হাঁহি-খিকিন্দালি আহি ৰাখালৰ কাণতো পৰিল। কিন্তু ৰাখালে টু শব্দটোও উচ্চাৰণ নকৰিলে; কাৰণ, তাৰ উত্তৰ ভণ্টীয়েহে দিব। কিন্তু অপ্ৰিয় হ'লেও সত্য এই যে ঘৰখন একমাত্ৰ ভণ্টীৰ উপাৰ্জনে'ৰে চলি আছে। আজি দুবছৰে ৰাখালে অন্ন-সংস্থানৰ উপায় বিচাৰি পোৱা নাই। চব বাট বন্ধ। যিকেইটা বাট খোলা আছে সেইকেইটা বাটত ৰাখালে প্ৰৱেশ নকৰে। গণিত আৰু বিজ্ঞানৰ গধুৰ তত্বসমূহ সি যিথন জিভাৰে আওৱায় সেইখন জিভাৰে সি কিছুমান চৰিত্ৰহীন নৰপশুৰ ভৰি চেলেকিব নোৱাৰে।

হেণ্ডবিলৰ বাণ্ডিলটো ৰাখালে হাতত তুলি ললে আৰু অতি সন্তৰ্পণে, ঠিক এটা মেকুৰীয়ে চচ্‌পেনৰ ঢাকনি গুচোৱাৰ দৰে, সি গড়ালৰ দুৱাৰখন খুলিলে। দুৱাৰখনত এটা শব্দ হ'ল। শব্দটো বোধহয়



দেউতাই শুনিলে। কাৰণ, দেউতাই প্ৰায় সমসাময়িকভাৱে এবাৰ কাহি উঠিল। দুয়োটা শব্দই চোতালৰ শূন্যতাত ঠক্‌কৰখাই এটা মায়াময় কোলাহল সৃষ্টি কৰিলে। সেই কোলাহলে কাণৰ পৰ্দাতহে ঢং-ঢং আৱাজ তুলিলে। ঘৰৰ পিচফালে কণ্ঠস্বৰ শুনা গ'ল। বোধহয় খুতুৰা শাক নাইবা কলডিলৰ সন্ধানত মা ব্যস্ত হৈ পৰিছে। পাকঘৰৰ চৰিয়াৰ পানীত নিগনি এটাই কক্‌বকাই ফুৰিছে। ভণ্টী তাইৰ বিছনাত। তাইক এবাৰ মাত লগাই যাবলৈ ৰাখালৰ মনটোৱে উচ্‌পিচালে। অন্য কথা নাই, "ভণ্টী, মই অলপ আহোঁ।"

কিন্তু, নাঃ! এইবোৰ ঝামেলা কিয়?

সি ওলাই আহিল।

বিশ্ববিদ্যালয় পাওঁতে সন্ধ্যা লাগি ভাগিছে। ৰঙা-নীলা বিবিধ লাইট আৰু চৌখিন কাপোৰেৰে সজ্জিত সুদৃশ্য তোৰণ পাৰ হৈ ৰাখালে প্ৰেক্ষাগৃহত প্ৰৱেশ কৰিলে। প্ৰেক্ষাগৃহ খুন্দ খাই আছে। এটা গীত চলি আছে। বোধহয় আদৰণি গীত। কাৰণ, মুখ্য গায়কজনৰ মুখভঙ্গীত বিদ্যা বিনয়ং দদাতি জাতীয় এখন ছবি ফুটি উঠিছে। তত্ৰাচ, শ্ৰোতৃমণ্ডলী মন্ত্ৰমুগ্ধ। প্ৰেক্ষাগৃহৰ ওৱালত ওলমি থকা চাৰিটা এম্‌প্লিফায়াৰত গীতৰ ৰাগিনী সশব্দে ধ্বনিত হৈছে। আঢ়ৈ শ টকীয়া চুট-টাই আৰু শাড়ীৰ মাজত জিলিকি থকা প্ৰসন্ন-বদন মূৰ্তিবোৰ দেখি ৰাখালৰ টিঙিচ্‌কৈ খং উঠিব খুজিছিল; কিন্তু অনিবাৰ্য্য কাৰণবশতঃ সেই দৃশ্য সিমানকে কাট কৰা হ'ল।

প্ৰায় তিনি হাজাৰ হেণ্ডবিলৰ বিতৰণ কাৰ্য্য অকলে কৰিবলগীয়া হোৱা বাবে ৰাখালৰ কিছু সময় লাগিল; নাইবা, প্ৰায় দহ-বাৰটামান গানৰ সুৰ একেলগে এটা গানত ঢালাই কৰিবলৈ মুখ্য গায়কজনৰ কিছু সময় লাগিল। হেণ্ডবিল হাতত পৰাৰ লগে লগে শ্ৰোতৃমণ্ডলীৰ মাজত এটা গুঞ্জন উঠিল। থিয়েটাৰৰ প্ৰ'গ্ৰেম হাতত পৰাৰ লগে লগে দৰ্শকৰ মাজত যেনেকুৱা গুঞ্জন উঠে ঠিক তেনেকুৱা এটা গুঞ্জন সন্মুখৰ শাৰীত বহি থকা মিনিষ্টাৰ—এম-এল-এ আকৃতিৰ মূৰ্তিকেই-

টাৰ চকুত কিন্তু ৰাখালে এটা নতুন দৃষ্টি লক্ষ্য কৰিলে। দূৰত খাৰ-বাৰুদৰ গোন্ধ পোৱা সৈনিকৰ দৰে সিহঁতৰ চকুত এক সন্ত্ৰাসৰ ছবি পৰিস্ফুট হৈ উঠিছে।

আদৰণি গীত শেষ হ'ল। এইবাৰ নিৰ্দিষ্ট বক্তা বা ৰাখালৰ ভাষাত 'নিৰ্দিষ্ট ব্যক্তি'। কিন্তু তাৰ আগতে প্ৰায় দৌৰি গৈ ৰাখালে মঞ্চত খিয় দিলে আৰু বাওঁহাতেৰে মাইকত খামোচ মাৰি ধৰি হেণ্ড বিলখন পঢ়িবলৈ আৰম্ভ কৰিলে। শব্দৰ পিচত শব্দ, বাক্যৰ পিচত বাক্য সি উদাত্ত কণ্ঠেৰে পঢ়ি গ'ল। লাহে লাহে শ্ৰোতাৰ মাজৰ গুঞ্জনটোৱে এটা হুলস্থুলৰ অবয়ব ললে। হুলস্থুলটোৱে আটাইকে চিন্তিত, বিব্ৰত কৰি তুলিলে। একুৰা বনজুইৰ দৰে তাৰ প্ৰতিটো কথাই উপস্থিত শ্ৰোতাৰ প্ৰাণত বিপ্লৱৰ অগ্নি জ্বলাই তুলিলে।

এইবাৰ ৰাখালে আশা কৰিছে তাৰ আঁচনি ক্ৰমাৎ কাৰ্য্যকৰী হোৱাৰ পথত অগ্ৰসৰ হৈছে। সি আশা কৰিছে, উপস্থিত ছাত্ৰ-ছাত্ৰীসকলে তাৰ কথাত সমৰ্থন জনাই এই মুহূৰ্ত্ততে জাগ্ৰত হৈ উঠিব। বিশ্ববিদ্যালয়ৰ আচাৰ্য্য, উপাচাৰ্য্যকে ধৰি সমূহ নেতৃবৃন্দই নিশ্চয় তাৰ প্ৰস্তাৱ গ্ৰহণ কৰিবলৈ সমৰ্থ হ'ব। ইয়াৰ অন্যথা হ'ব নোৱাৰে। ৰাখালৰ বিদ্ৰোহী সত্বাই চিঞৰি ক'লে, আমাৰ জয় অৱশ্যম্ভাৱী।

লগে লগে শ্ৰোতাৰ মাজত হাত-তালি পৰিল। জাউৰিৰ পিচত জাউৰি হাত-তালি। কব নোৱাৰাকৈয়ে ৰাখালৰো দুহাতৰ তলুৱা ঠন্-ঠন্‌কৈ বাজি উঠিল। প্ৰেক্ষাগৃহ ৰজন্‌জনাই গ'ল। পঢ়া তিনি মিনিট সময় কোনেও কাৰো মাত নশুনিলে। কেৱল হাত-তালি আৰু হাত-তালি! ৰাখালৰ বাবে অপ্ৰত্যাশিত, অভূতপূৰ্ব এই সমৰ্থন।

এইবাৰ দ্বিগুণে উৎসাহিত হৈ, কণ্ঠত তেজ সানি ৰাখালে ছাত্ৰ-ছাত্ৰীসকলক প্ৰত্যক্ষভাৱে আহ্বান কৰিলে। আহ্বান কৰিলে তাৰ কথাত সমৰ্থন কৰি ধ্বনি দিবলৈ। তেতিয়াহ'লে সি অনায়াসে



তাৰ আঁচনিৰ দ্বিতীয় দফা কাৰ্য্যকৰী কৰিব পাৰে। সি চিঞৰিলে, আপোনালোকে সমৰ্থন-সূচক ধ্বনি দিয়ক। আচাৰ্য্য-উপাচাৰ্য্যৰ সন্মুখত সমৰ্থন-সূচক ধ্বনি দিয়ক। দিয়ক দিয়ক, পলম নকৰিব। ধ্বনি দিয়ক!

কিন্তু ইকি! কাৰো সাৰ-সিকতি নাই। কোটৰ বুটাম আৰু টাইৰ নট ঠিক কৰি লৈ ছাত্ৰসকল গুম্ হৈ বহি থাকিল। সন্মুখৰ প্ৰায় দহোটা শাৰী পুৰাই থকা ছাত্ৰীসকলে চাদৰৰ আঁচল টানি-টুনি ললে। এখন এব্‌চাৰ্ড ড্ৰামা চাই উঠাৰ দৰে সিহঁতৰ চকু-মুখত এক আহ্লাদ আৰু স্বস্তিয়ে বিৰাজ কৰিছে।

তথাপি ৰাখালে আকুল কণ্ঠে চিঞৰি থাকিল।

এইবাৰ নিৰ্দিষ্ট বক্তাই প্লেটখন গুচাই ঠাণ্ডা পানী গিলাচ খাই ললে আৰু কথা কবলৈ মাইকৰ ওচৰলৈ উঠি আহিল। কিন্তু ৰাখালে মাইকটো নিদিলে। নিৰ্দিষ্ট বক্তাই মাইকত ধৰিবলৈ অহাত ৰাখালে মাইকটো আঁজুৰি আনিলে। নিৰ্দিষ্ট বক্তাৰ খং উঠিল। ৰাখালৰো। দুয়ো মাইকটো টনা-আঁজোৰা কৰিলে। গ্ৰাহে গজেন্দ্ৰক আঁজুৰি টানে। গজেন্দ্ৰে গ্ৰাহক আঁজুৰি টানে। কাৰো নুহি ভঙ্গ-জয়। শ্ৰোতাৰ মাজত হুলস্থুল লাগিল। মাইকত ঘোষণা কৰা হ'ল ৰাইজ অধৈৰ্য্য নহ'ব। সমগ্ৰ ভাৰততে এই বিশ্ববিদ্যালয়ৰ এটা নিজস্ব ঐতিহ্য আছে। সুনাম আছে। সেই সুনাম সেই ঐতিহ্য আপোনালোকে নষ্ট নকৰিব। মুহূৰ্তৰ উত্তেজনাৰ বশৱৰ্তী হৈ আপোনালোকে নিজৰ মুখত চূণ নাসানিব। বিশেষকৈ ছাত্ৰীসকলে এই কথালৈ মন কৰক। আপোনালোক নাৰী। পৃথিৱীৰ দৰে সহনশীলা, ধৈৰ্য্যশীলা হোৱা উচিত আপোনালোক। ৰাখালে হাঃ-হাঃকৈ হাঁহিব খুজিলে। এনেতে পিচমুহূৰ্ততে শ্ৰোতাৰ মাজৰ কোনোবাই তাক উদ্দেশ্য কৰি চিঞৰিলে, 'বাহিৰ কৰি দে তাক।'

উপায়ান্তৰ হৈ সি মঞ্চৰপৰা নামি আহিল। মঞ্চৰপৰা নামি সি শ্ৰোতাৰ মাজলৈ আহিল। ঘোষকৰ কণ্ঠত বাজি উঠিল পিচৰ

অনুষ্ঠানৰ ঘোষণা। অর্থাৎ নির্দিষ্ট বক্তাৰ ভাষণ। চিনেমা আৰম্ভ হোৱাৰ বেল বজা শুনিলে বাদাম বেচা ল'ৰাটো যেনেকৈ চিনেমাগৃহৰ পৰা ওলাই আহে তেনেকৈ সি প্ৰেক্ষাগৃহৰপৰা ওলাই আহিল।



# অৱৰোহ

কথাই কথাই এদিন শৰণীয়া পাহাৰৰ টিঙত থকা গান্ধী মণ্ডপটোৰ কথা ওলাল। উত্তেজিত কিন্তু চেপা মাতেৰে অবিনাশে ক'লে, "তহঁতে সেইটোৰ কথা নেজান। অকল তহঁতেই কিয়, সমগ্ৰ গুৱাহাটী চহৰৰ অনেকেই সেইটোৰ কথা নেজানে। বিশ্বাস কৰ, ভাৰতৰ ভিতৰত সেইটোৱেই গান্ধীজীৰ একমাত্ৰ স্মৃতি-গৃহ, য'ত এতিয়াও গান্ধীজীক সোশৰীৰে দেখা পোৱা যায়।"

"সঁচা ?" মই আৰু সিদ্ধাৰ্থ ই একপ্ৰকাৰ চিঞৰিয়েই উঠিলো।

"সঁচা" প্ৰায় সমান উত্তেজনাৰে অবিনাশে কলে, "মই নিজে চকুৰেই দেখিছো। অৱশ্যে সদায় তেওঁক দেখা পোৱা নাযায়। ইয়ালৈ তেওঁ মাজে মাজহে আহে।"

"মাজে মাজে মানে ?"

"ঘাইকৈ জোনাক ৰাতি তেওঁক দেখা পোৱা যায়।" এইবাৰ অবিনাশৰ কণ্ঠত ৰহস্য, "ৰাতি ঠিক আঠ বজামানত গান্ধীজী আহি পায়। কোনফালে কেনেকৈ আহি তেওঁ মণ্ডপৰ ভিতৰ সোমায় কোনেও গমেই নাপায়। তেওঁ আহি পোৱাৰ লগে লগে ভিতৰৰ-পৰা ভাহি আহে ৰামধুণৰ শব্দ। ৰামধুন শেষ হ'লে গোটেই গা শুধ বগা কাপোৰেৰে ঢাকি তেওঁ মণ্ডপৰ ভিতৰৰপৰা বাহিৰৰ চোতালখনলৈ ওলাই আহে। তেতিয়া কোনোবাই কিবা প্ৰশ্ন কৰিলে উত্তৰ দিয়ে, কিন্তু সিও ক্ষন্তেকৰ বাবেহে। দুই মিনিটমান এইদৰে থকাৰ পিছত তেওঁ আকৌ অন্তৰ্দ্ধান হয়। মই তিনিবাৰ তেওঁক দেখা পাইছিলো। এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ ?"

"বৰ আচৰিত কথা, নহয়নে ?"

"আচৰিত কি আৰু, মানুহে বিশ্বাসেই নকৰে। এই কথা বহুতে নেজানেও। গুৱাহাটী শৰণীয়া পাহাৰৰ ওপৰত থকা মণ্ডপটোত যে জোনাক ৰাতি সোশৰীৰে গান্ধীজীক দেখা পোৱা যায়, এইকথা বহুতেই নেজানে। তহঁতে গান্ধীজীক চাবলৈ ইচ্ছা কৰ যদি এদিন ওলাব পাৰ। ওলাবি, অহা জোনাক ৰাতিটোতে ওলাবি। ইয়াৰপৰা গধুলি চাৰে সাতমানত যাবি। গাড়ী লৈ যাবি। ঠিক আঠ বজা মানত গান্ধীজী আহি পায়হি।" কথাখিনি কৈ অবিনাশে এবাৰ সিদ্ধাৰ্থ আৰু মোৰ মুখলৈ চালে। তাৰ পিচত হঠাৎ কিবা এটা মনত পৰাৰ দৰে চিঞৰি উঠিল, "ইচ্ ৰাম, পাহৰিয়েই আছিলো, বুজিছ ? নবীন বৰদলৈ হলত এখন মিটিং আছে কাইলৈ। ৰাজধানী স্থানান্তৰ সম্পৰ্কে। ময়ে অৰ্গেনাইজ কৰিছো মিটিংখন। এতিয়ালৈকে সভাপতিজনকেই ঠিক কৰিব পৰা নাই। মই যাও দেই। তহঁতো পাৰিলে আহিবিচোন মিটিঙলৈ। আহিবিচোন। যাও দেই। অকৌ লগ পাম।" কথাখিনি কৈ কৈ অবিনাশ আঁতৰি গ'ল।

আমি দুয়ো শুম হৈ বহি ৰলো। যাৰ মাথোন স্থিতি আছে, দীৰ্ঘ বা প্ৰস্থ নাই, তাক বিন্দু বোলে। যেনে ক এটা বিন্দু। অৰ্থাৎ, যাৰ মাথোন চাকৰি আছে, আত্মীয়-স্বজনৰ ঘৰলৈ অহা-যোৱা বা আন কোনো ধৰণৰ ছলন-ফুৰণ নাই, তাক জীৱন বোলে। যেনে—মই এটা জীৱন, সিদ্ধাৰ্থ এটা জীৱন।

দুয়োৰে চাকৰি একেটা কোম্পানীতে। সোনকালে গৈ দেৰি কৰি অহা চাকৰি। আজৰি-জিৰণি কাৰো সৈতে আজি পৰ্য্যন্ত আমাৰ দেখা-সাক্ষাৎ হোৱা নাই। ৰাতিপুৱা ন বজাত অফিচলৈ যাও, ৰাতি ন বজাত ঘৰলৈ আহো। মাজতে দুঘণ্টামান সময় পাও উশাহ লবলৈ। তথাপি ইয়াৰ ভিতৰতে কায়দা কৰি আমি দুয়ো কেতিয়াবা দিঘলী পুখুৰীৰ পাৰৰ ফেন্সিঙত বহোগৈ।

ভাল লাগে। আবেলি সময়। পুখুৰীৰ পানীত শীতল বতাহ। সমুখৰ ৰাস্তাত গৰম দৃশ্য। বৰ ভাল লাগে। বিশেষকৈ পুখুৰীৰ



চৌৰে চৌৰে বাগৰি অহা ঠাণ্ডা মিঠা বতাহ এছাটি যেতিয়া আমাৰ নাক আৰু মুখেৰে সোমাই ডিঙিৰ ভিতৰেদি বৈ যায় তেতিয়া আমাৰ ভাব হয় যেন ক'ৰবাৰপৰা ৰ'দত দৌৰি দৌৰি অহাৰ পিছত ভন্টীয়ে এগিলাচ চৰবতহে আমাক আনি খুৱাই দিলেহি। পৰম তৃপ্তিত আমি আত্মহাৰা হৈ যাও। সিদ্ধাৰ্থৰ দাঁত আৰু ওঁঠৰ মাজেৰে চিৰিপ্‌কৈ এটা কোমল সুহুৰি বাহিৰ হৈ আহে। ৰাস্তাৰ বিভিন্ন মানুহে সিদ্ধাৰ্থৰ সুহুৰিটোৰ বিভিন্ন অৰ্থ কৰে। কিন্তু, কোনো প্ৰত্যুত্তৰ নিদিয়ে।

পিছে এদিন সিদ্ধাৰ্থ বেয়াকৈ জব্দ হৈ গ'ল। সুহুৰিটোৰ এটা প্ৰত্যুত্তৰ আহিল। ঠিক ক'ৰপৰা কেনেকৈ আহিল তেতিয়াই গম পোৱা নগল যদিও অলপ পিচতে সকলো কথা আমি পৰিষ্কাৰকৈ বুজি পালো। প্ৰত্যুত্তৰটো দিছিল অবিনাশে। সুহুৰিটোৰ লগে লগে আহি আহি—বতাহত উৰি অহা এখিলা গছ-পাতৰ দৰে—সি আমাৰ সন্মুখত বৈ গৈছিল। ভবিৰপৰা মূৰলৈকে তাক নিৰীক্ষণ কৰাৰ পিছমুহূৰ্ততে আমাৰ মনত ধাৰণা হ'ল এওঁক আমি আগতে ক'ৰবাত যেন দেখিছো, কিন্তু এতিয়া নামে-মানুহে মনত নাই বা আচলতে এওঁক চিনিয়েই পাও, কিন্তু চিনাকি নাই —এনে ধৰণৰ এটা চেহেৰা। চকুত হাঁহি, মুখত সুহুৰি। এজন পৰিচিত ভদ্ৰলোক।

পাতনি, সুচীপত্ৰ চোৱা হ'লত লাহে লাহে এখিলা এখিলাকৈ মহাভাৰতৰ পৃষ্ঠাও লুটিয়াই চোৱা হ'ল। ভদ্ৰলোকে স্থানীয় হাইস্কুল এখনত কাম কৰে। বছৰটোৰ আধা-আধি বন্ধতেই যায়। শনিবাৰ হাফ, দেওবাৰে মাফ। মাজে মাজে শিক্ষামূলক ভ্ৰমণ, উৎসৱ-তিথি, বেমাৰ-আজাৰ নিজৰ সুবিধা-অসুবিধা আছেই। অৰ্থাৎ, আজৰি সময়ত অবিনাশে চাকৰি এটা কৰে। কোৱাবাহুল্য যে, এজন একনিষ্ঠ সমাজকৰ্মী বুলি গোটেই চহৰতে অবিনাশৰ এটা খ্যাতি আছে।

তাৰ পিছত বহুত ফুৰা-চকা চলিল, অনৰ্গল আলাপ চলিল। দুদিনৰ 'কেজুৱেল লিভ' লৈ সিদ্ধাৰ্থ আৰু মই অবিনাশৰ সমাজ-সেৱাৰ নমুনা আৰু কীৰ্তি-স্তম্ভসমূহ চালো। অসংখ্য ক্লাব, কৃষ্টি-সংঙ্ঘ, আৰু ৰাজনৈতিক চ'ৰাৰ বিভিন্ন বিষয়-বাব অবিনাশে পাইছে, বা, তাৰ নিজৰ ভাষ্যত, ৰাইজে মৰম কৰি তাক দিছে। প্ৰমীলাৰ ৰাজ্যতো অবিনাশৰ বিপুল জনপ্ৰিয়তা। মেল-মিটিং আলোচনাচক্ৰ ইত্যাদিৰ কথা কবই নেলাগে।

অন্য এদিন। স্থান, কাল, পাত্ৰ ক্ৰমে দীঘলী পুখুৰীৰ পাৰৰ ফেন্সিং, আবেলি-সন্ধিয়াৰ সন্ধি মই, সিদ্ধাৰ্থ আৰু অবিনাশ। মই প্ৰায় জোৰ কৰিয়েই অবিনাশক কলো, "আমাৰ লগত গান্ধী-মণ্ডপত তয়ো যাব লাগিব কিন্তু।"

"মই যাব নোৱাৰো ভাই, এইকেইদিন মানে প্ৰায় দুমাহ মোৰ মৰিবলৈকে সময় নাই। অহা সাধাৰণ নিৰ্বাচনত গুৱাহাটীৰ ৰাইজে মোক বিধান সভাৰ প্ৰাৰ্থী হিচাবে থিয় কৰাব খুজিছে। গতিকে, খুব ফিল্ডৰ কাম কৰিব লগা হৈছে। মাফ কৰিবি। এইবাৰ তহঁত দুয়ো চাই আহগৈ। পিছত এদিন তিনিও একেলগে যাম।" অবিনাশৰ অসুবিধাটো আমি বুজিলো।

শেষত সিদ্ধাৰ্থ আৰু ময়েই গান্ধীক চাই আহিবলৈ সিদ্ধান্ত কৰিলো।

কোম্পানীৰ কৰ্মীসকলৰ ষ্ট্ৰাইক্ চলিছে। বাওঁপন্থী ৰাজনৈতিক দল এটাৰ চক্ৰান্তমূলক সহযোগত কোম্পানীৰ ইউনিয়নে ষ্ট্ৰাইক্ কৰিছে অনিৰ্দিষ্ট কাললৈ। কোম্পানীৰ স্বত্বাধিকাৰী নাহৰ বৰদলৈ বিপাঙত পৰিছে। কৰ্মীবৃন্দৰ সৰহ ভাগেই অসমৰ থলুৱা লোক। কিন্তু উপায় নাই। ইফালে কোম্পানী এদিন বন্ধ হৈ থাকিব লাগিলেই সাংঘাতিক লোকচান। নিৰুপায় হৈ বৰদলৈয়ে কোম্পানীৰ মেনেজিং ডিৰেক্তৰ স্বামীনাথনক বিশেষভাৱে অৰ্ডাৰ দি দিছে, বাহিৰৰ পৰা হলেও মানুহ আনি কাম চলাবলৈ। স্বামীনাথনে যুদ্ধকালীন তৎপৰতাৰে



বাহিৰৰ পৰা প্ৰায় দুশমান কৰ্মী আনিবলৈ উঠি-পৰি লাগিছে। ইফালে আগৰ কৰ্মীসকলৰ ষ্ট্ৰাইক্ অব্যাহত আছে।

এই সুযোগেই সুযোগ।

সিদিন বোধহয় সোমবাৰ আছিল। জোনাক ৰাতি। টেক্সী এখন লৈ সিদ্ধাৰ্থ আৰু মই গান্ধীমণ্ডপলৈ ওলালো। গাড়ী ড্ৰাইভ কৰিলে সিদ্ধাৰ্থই। শৰণীয়া পাহাৰৰ ঘূৰণীয়া ৰাস্তাৰে আমি আগুৱাই গলো। সিদ্ধাৰ্থৰ দৃষ্টি সন্মুখৰ ৰাস্তাত, মোৰ দৃষ্টি বাহিৰত। গাড়ীৰ আয়নাৰ মাজেৰে মই বাহিৰলৈ চাই গৈ আছো। বাহিৰত জোনাকৰ ঢল বাগৰিছে। সেই ঢলত যেন সমগ্ৰ গুৱাহাটী চহৰ ওপঙি আছে। বিশাল, সীমাহীন সমুদ্ৰৰ বুকুত যেন এখন পালতৰা নাও। বগলী পখিৰ দৰে বগা জোনৰ পোহৰ দেখি মোৰ মনলৈ আহিল অবিনাশে কোৱা গান্ধীজীৰ আবিৰ্ভাৱৰ দৃশ্যটোৰ কথা। গাত শুধ বগা কাপোৰ লৈ গান্ধীজী ওলাই আহিব। গান্ধীজীক মই কি সুধিম? সিদ্ধাৰ্থই কি সুধিব? নাই নাই, সুধিবলৈ আমাৰ একো নাই। আমি কেৱল চাম। যুগাৱতাৰী পুৰুষ মহাত্মা গান্ধীক আমি নয়ন ভৰি চাম। মোৰ ভয় লাগিব নেকি? মই তাক সুধিয়েই পেলালো—"সিদ্ধাৰ্থ, গান্ধীজীক দেখিলে তই ভয় নকৰ তো?"

ষ্টিয়েৰিঙত আঙুলিৰে এটা টোকৰ মাৰি সি কলে—"ধেৎ, ভয় কৰিবলৈ কিটো আছে?"

তাৰ কথাই মোৰ মনতো সাহস দিলে।

অকাই-পকাই গাড়ী গৈ এটা সময়ত গান্ধীমণ্ডপৰ সন্মুখৰ চোতালত উঠিল। দুয়ো গাড়ীৰ পৰা নামি ল'নৰ ওপৰতে বহিলো। ঘড়ীলৈ চালো। আঠ বাজিবলৈ পোন্ধৰ মিনিটমান সময় আছে। আমাৰ বাহিৰে তাত আৰু অন্য কোনো প্ৰাণী থকাৰ উমান পোৱা নগ'ল। চাৰিওফালে নীৰৱ। ওপৰত পৰিষ্কাৰ আকাশ। বিস্তৃত জোনাক।

লাহে লাহে সময় হৈ আহিল। সিদ্ধাৰ্থৰ চকু-মুখত এক

অদ্ভুত উত্তেজনাৰ চিন পৰিস্ফুট হৈ উঠিল। ময়ো উত্তেজিত হলো।

ক্ষন্তেক পিছতে মণ্ডপৰ ওপৰত থকা চূড়াটোত চিক্‌মিক্‌কৈ তৎক্ষণাৎ কিবা এটা পোহৰ যেন জিলিকি উঠিল। আকৌ নুমাই গ'ল। মণ্ডপৰ ওপৰ মহলাত এটা গহীন গুম্‌গুমনি। শব্দটো লাহে লাহে তলৰ মহলালৈ নামি অহাৰ উমান পোৱা গ'ল। এবাৰ হঠাতে গুম্‌গুমনি শব্দটো নাইকিয়া হ'ল। এইবাৰ আৰম্ভ হ'ল ৰামধুন। গম্ভীৰ অথচ বিলম্বিত লয়ত কাৰোবাৰ একক কণ্ঠত ধ্বনিত হৈছে—'ৰঘুপতি ৰাঘৱ ৰাজা ৰাম, পতিত পাৱন সীতাৰাম।' মোৰ গাৰ সমস্ত তেজ যেন মূৰলৈ উঠি আহিল। সিদ্ধাৰ্থও জঠৰ প্ৰায়। ৰামধুনৰ সুৰৰ মায়াজালত ৰহস্যজনকভাৱে আমি দুয়ো ক্ৰমে আৱদ্ধ হৈ পৰিলো।

অলপ পিছতে ৰামধুনৰ শব্দ ক্ষীণ হৈ আহিল। জোনৰ শুভ্ৰ পোহৰত দেখা গ'ল মণ্ডপৰ তলৰ মহলাৰ কাৰুকাৰ্য্যখচিত দুৱাৰ এখনেদি এটা মূৰ্তি বাহিৰ ওলাই আহিব লাগিছে। ধীৰ প্ৰদক্ষেপেৰে মূৰ্তিটোৰ গাটো শুভ্ৰ কাপোৰেৰে ঢকা। ঠিক অবিনাশে কোৱাৰ দৰেই। তেন্তে, সঁচাকৈয়ে গান্ধীজী আহিল! মই ঘড়ীলৈ চালো। পুৰা আঠ বাজিছে। সিদ্ধাৰ্থ বিস্ময়ত হতবাক।

এটা সময়ত গান্ধীজী আহি চোতালত থিয় হ'ল। ধকৃধকীয়া বগা কাপোৰ আৰু ফেনে-ফোটোকাৰে ভৰা বাৰিষাৰ নৈৰ দৰে জোনাক। আমি যেন হতভম্ব হৈ গলো। গান্ধীজীক কিবা সোধাটো বাদেই, আমি উশাহ লবলৈকে পাহৰি গলো।

কিন্তু ই কি হ'ল। হঠাৎ এয়া কি হ'ল! গাৰ সমস্ত বগা কাপোৰ দলিয়াই দি গান্ধীজীয়ে হঠাৎ অট্টহাস্য কৰিবলৈ ধৰিলে। কেৱল হাঁহি আৰু হাঁহি। অবিৰাম, অবিশ্ৰান্ত হাঁহি। হাঁহি হাঁহি এটা সময়ত গান্ধীজী চোতালতে লুটি খাই বাগৰি পৰিল।

কিছুসময় নিথৰ। গান্ধীজীৰ গাত সাৰ-সিকতি নাই।



ভয়ে ভয়ে আমি তেওঁৰ কাষলৈ গলো। পোহৰত দেখো নেদেখোকৈ আমি যি দৃশ্য দেখা পালো, সি আৰু ভয়ানক আৰু আতঙ্কজনক। গান্ধীজীৰ গাৰপৰা হুইস্কীৰ গোন্ধ আহি আমাৰ নাকত লাগিল। তেওঁৰ সমগ্ৰ শৰীৰ ঘামত তিতি জুৰুলি-জুপুৰি হৈ ছে। গাৰ অন্যান্য কাপোৰ-কানিৰ অৱস্থা নাই। চকু দুটা জাপ খাই আছে। মুখেৰে ফেন ওলাইছে। বেহুচ অৱস্থা।

সেয়া অবিনাশ। সি বোধহয় আমাতকৈ আগতে আহি ইয়াত হুইস্কী খাই মাতাল হৈ আছেহি। সিদ্ধাৰ্থ আৰু মই অবিনাশক গাত ধৰি বহুৱাই দিলো। অলপ হুচ অহাত সি আধামেলা চকুৰে এবাৰ আমাৰ মুখলৈ চালে। তাৰ পিচত অস্পষ্টভাৱে ক'লে, "ই ৰামলাল শেঠ ক'লৈ গ'ল? দুয়ো গাড়ীলৈ আহিলো সি মোক এৰি গুছি গ'ল। তহঁতে গাড়ী আনিছ নেকি? হুঃ? মোক লৈ ব'ল তললৈ? মই দিনত ওপৰলৈ আহো, ৰাতি তললৈ যাও বুইছ? চৰ্ বদমাচ, জান? ব'ল।"

দুয়ো ৰ' লাগি অবিনাশৰ চকুলৈ চালো।"

এয়া অবিনাশ। গুৱাহাটী চহৰৰ সৰ্বজন পৰিচিত সমাজ-সেৱক অবিনাশ। অহা সাধাৰণ নিৰ্বাচনত এটা দলৰ টিকট লৈ বিধান সভাৰ সদস্য হৈ যাবলৈ ওলোৱা অবিনাশ।

# আকৌ এটা বাঘ

আকৌ এটা বাঘ নামিছে। অৰ্থাৎ, ধনপুৰ মৌজাৰ অন্তৰ্গত লাহৰী-ডাঙৰীকে আদি কৰি ছখন গাঁওৰ মাজলৈ আকৌ এটা বাঘ নামি আহিছে। ঢেকীয়াপতীয়া নে নাহৰফুটুকি নে অইন কিবা ঠিক ধৰিব নেৱাৰি যদিও এইটো স্পষ্টকৈ জানিব পৰা গৈছে যে সি এটা প্ৰকাণ্ড, হিংস্ৰ, ভয়ংকৰ বাঘ। আজি বেছ কিছুদিন ধৰি সৌ পাহাৰ-খনৰ সিকালে থকা এখন ডাঠ হাবিত সি চোপ লৈ থকাৰ কথা আমি জানিছিলো। সেইকথা জানিও কিন্তু আমি আপোনালোকক কোৱা নাছিলো। কাৰণ ? কাৰণ, আমাৰ ধাৰণা আছিল—আপোনালোকেও নিশ্চয় সেই কথা গম নোপোৱাকৈ থকা নাই। কিন্তু, আমাৰ ধাৰণা ভুল বুলি প্ৰমাণিত হ'ল ; যিহেতু আপোনালোকে বাঘটোৰ আবিৰ্ভাৱৰ কোনো উমানকে পোৱা নাই। আনকি, সেই বাঘটোৱে এতিয়া পাহাৰখন পাৰ হৈ ধনপুৰ মৌজাৰ বাটেদি লাহে লাহে আগুৱাই অহা দেখিও আপোনালোকৰ কোনো চেতনা হোৱা নাই। সেইবাবে, আমি আৰু নীৰৱ হৈ থাকিব নোৱাৰিলো। আপোনালোক ওলাই আহক। নিজৰ নিজৰ সম্বল অনুযায়ী হাতত যাঠি-জোং, ঢাল-তৰোৱাল লৈ আপোনালোক ওলাই আহক। আটায়ে এক-গোট হলে এটা কিয় হেজাৰ-বিজাৰ ভয়ংকৰ বাঘেও আমাক একো কৰিব নোৱাৰে।

ইত্যাদি।

গৰমৰ দিন। অলপ ঠাণ্ডা বতাহ সোমাই আহক। এই ভাবি অমৃত চলিহাই বেডৰুমৰ খিৰিকীখন ৰাতি প্ৰায়ে খুলি থয়। যোৱা ৰাতিও থৈছিল।



ৰাতিপুৱা বিছনাৰ পৰা উঠি শ্লিপাৰজোৰ ভৰিত সোমাব খোজোঁতেই চলিহাই লক্ষ্য কৰিলে—মজিয়াত এসোপা কাগজ। কোনোবাই ৰাতি খিৰিকীৰে দলিয়াই থৈ গৈছে। গাটো কিঞ্চিৎ হলাই দি সোঁহাতেৰে এখন কাগজ তেওঁ তুলি ললে। ৰঙা আখৰেৰে লিখা এখন বগা কাগজ। লিফলেট। ওপৰে ওপৰে চাই ইয়াক অতি সহজে কোনোবা ৰাজনৈতিক দলৰ প্ৰচাৰ-পত্ৰ বুলি ভুল বুজিব পাৰি।

আকৌ এটা বাঘ নামিছে। অৰ্থাৎ, ধনপুৰ মৌজাৰ অন্তৰ্গত লাহৰী-ডাঙৰীকে আদি কৰি ছখন গাঁওৰ মাজলৈ আকৌ এটা বাঘ নামি আহিছে। —গোটেইখন লিফলেট পঢ়ি উঠি অমৃত চলিহাৰ মনত মিশ্ৰিত অনুভূতিৰ সৃষ্টি হ'ল।

তেওঁৰ মনত পৰিল যোৱা নিশা কোনোবাই গাঁৱৰ মাজে মাজে মাইকত কিবা কিছুমান কৈ যোৱাৰ কথা। লিফলেটত থকা ঠিক এইখিনি কথাকেই যেন মাইকত কোৱা হৈছিল। তেতিয়া তেওঁ ভাবিছিল, এয়া হয়তো কিবা উৎসৱ-অনুষ্ঠানৰ ঘোষণা। আজিকালি তেনেধৰণৰ বহুত নাটক-থিয়েটাৰ ওলাইছে। সেইবাবে মাইকৰ ঘোষণালৈ তেওঁ সিমান মনোযোগ দিয়া নাছিল।

কিন্তু, এই কাহিনী পুৱাতেই, বিশেষকৈ তেওঁৰ বিছনাৰ কাষত এই লিফলেটবোৰ দেখি তেওঁৰ মনত এক মিশ্ৰিত অনুভূতিৰ সৃষ্টি হ'ল। লিফলেটৰ তলৰ ফালে স্পষ্টকৈ লিখা আছে—প্ৰগতিবাদী যুবক সংঘ। ধনপুৰ মৌজাত এনে নামৰ কিবা সংঘ বা সন্থা আছে বুলি চলিহাই নেজানে। কাৰণ, যোৱা দহ বছৰ ধৰি এটা বামপন্থী ৰাজনৈতিক দলৰ সক্ৰিয় কৰ্মী হিচাবে চলিহাই ধনপুৰ মৌজাৰ ভিতৰ-বাহিৰ সমস্তকে জানে। ধনপুৰ মৌজাৰ প্ৰতিটো সংগঠন, প্ৰতিটো সংঘৰ কথা তেওঁ বিশদভাৱে জানে।

লিলি, এই লিলি—চলিহানীয়ে বিছনাৰ পৰাই ঘৰৰ কাম কৰা ছোৱালীজনীক চিঞৰিলে। চলিহানী অৰ্থাৎ অমৃত চলিহাৰ পত্নীৰ

মাতটো এনেয়েও মিঠা। এতিয়া ৰাতিপুৱাৰ পৰিবেশত সি অধিক নিকা আৰু মিঠা হৈ পৰিছে। লিলি দৌৰি আহিল। তাই ইতিমধ্যে ঘৰৰ গতানুগতিক কাম-কাজৰ মাজত সোমাই পৰিছিলেই। চলিহানীৰ মাত শুনি তাই একেবাৰে দৌৰি আহিল। কাৰণ, তাই জানে তাইৰ বাইদেউৰ মাতটো মিঠা যদিও তাৰ ভিতৰত বৰ কৌশলেৰে এটা খঙৰ সুৰো সোমাই থাকে। এই কথা লিলিয়ে বুজি পায়।

অই, ক'ত মৰিছিলি, চিঞৰি চিঞৰি যে মাত নেপাওঁ?—লিলিৰ কথাই সঁচা। বাইদেউৰ খং উঠিছে। এই কেইদিন আকৌ মানুহজনীৰ খংটো চৰিছেহে। লিলিয়ে লক্ষ্য কৰিছে, বাইদেউৰ পেটটো বৰ লাজলগাকৈ ডাঙৰ হৈ পৰিছে। এনেয়ে শকত, এতিয়া আকৌ কিবাটো যেন দেখা হৈছে। বাইদেৱে বেবী পাবৰ সময় হৈছে। আজিকালি তেনেকৈ বাহিৰলৈ ওলোৱা-সোমোৱা নকৰে। দিনটো শুই থাকে। আবেলি ঘৰৰ সমুখৰ লনখনত খোঁজকাঢ়ে। ফুৰে। চলিহানী বিছনাৰ পৰা নমা নাই। বহি বহিয়েই তেওঁ লিলিক সুধিলে: চাহাবক বেড টি দিলিনে?

নাই বাইদেউ। তেখেত উঠাই নাই।

অঁ, চাহাব উঠিলে বেড টি দিবি। মোলৈ নেলাগে। মোৰ মুখখন বেয়া লাগি আছে। এগিলাচ ঠাণ্ডা পানী দেচোন।

লিলিয়ে পানী এগিলাচ আনি দিলে। পানীখিনি খাই চলিহানী বিছনাৰপৰা নামিল। তাৰপিছত লাহে লাহে কোঠালীৰপৰা ওলাই লনখনলৈ নামি গ'ল। পিছৰ পৰা লিলিয়ে তাইৰ বাইদেউলৈ চাই থাকিল। হঠাতে তাইৰ বাইদেউৰ ওপৰত খং উঠি গ'ল। কিমানদিন কলে, বোলে তাইক শাড়ী এখন আনি দিব লাগে। আজিকালি আৰু এই ফ্ৰকবোৰ পিন্ধি ভাল নেলাগে। গাটো কিবা উদং উদং লাগি থাকে। কিহবাই বুকুখন হেঁচামাৰি ধৰা যেন লাগে। নাই, বাইদেৱে নিদিয়ে। শাড়ী এখন লাগে বুলি কলেই বাইদেৱে ভেকাহি মাৰি উঠে: শাড়ী লগা হলেইনে তোক? কঁকালৰ ভাজ দেখুৱাই



ফুৰিবলৈ মন গৈছে নেকি? বৰ অসুবিধা হব, বুইছ? এতিয়া যদি তোক কওঁ—দোকানলৈ যা। দৌৰ মাৰি গৈছ। যদি কওঁ—ধুবীৰ তালৈ যা। দৌৰ মাৰি গৈছ। শাড়ী পিন্ধিলেতো তেনেকৈ যাব নোৱাৰিবি। বুইছ, বৰ অসুবিধা হব।

এতিয়া তাইৰ যিটোহে সুবিধা হৈছে, লিলিয়ে ভালদৰে বুজে। তাই থিয় দি থাকিব নোৱাৰে, কঁকালখন হলাই বস্তু এপদ মজিয়াৰ পৰা তুলি লব নোৱাৰে, বহিব নোৱাৰে। এনেকুৱা অৱস্থা।

তাই এইবাৰ চলিহাৰ কোঠাত সোমাল। তাইক দেখি চলিহাই কলে: লিলি, এই কাগজবোৰ বাহিৰত পেলাই দেচোন।—লিলিয়ে মজিয়াৰ পৰা লিফ্‌লেটবোৰ বুটলি খিৰিকীৰে বাহিৰলৈ দলিয়াই দিলে। তাই চলিহাৰ মুখলৈ চালে। তেওঁ ক্ষীণকৈ হাঁহিলে। তাৰপিছত তাই নীৰৱে কোঠাৰ পৰা ওলাই গ'ল।

ক্ষন্তেক পিছতে তাই তেওঁলৈ বেড টি লৈ আহিল।

চাহ খাই উঠি অলপ পৰ পিছতে তেৱোঁ লনখনলৈ নামি আহিল। তেওঁৰ পত্নীয়ে আগৰে পৰাই তাত পায়চাৰী কৰি আছিল। আহিয়েই তেওঁ পত্নীক সুধিলে—তুমি কেতিয়াবাই উঠিলা নেকি?

—কেতিয়াবাই মানে, হ'ল আৰু পাঁচ-দহ মিনিটমান।

—বৰ আচৰিত কথা এটা হ'ল বুইছা? কথাষাৰ কৈ চলিহাই তেওঁৰ পত্নীৰ কাষতে বনৰ ওপৰত বহি গ'ল। গৰমৰ দিন যদিও বনবোৰ সেমেকি আছে।

—কি কথা, কওকচোন।

যোৱা নিশা মোৰ বেডৰুমত কোনোবাই কিছুমান লিফ্‌লেট পেলাই থৈ গৈছে। খিৰিকীখন খোলা আছিল। বোধহয় সেইফালেই কোনোবাই দলিয়াই থৈ গ'ল।

লিফ্‌লেট? কি লিখা আছে তাত?

এইখন, তুমি পঢ়ি চোৱা। চলিহাৰ হাতৰ মুঠিত এখন লিফ্‌লেট আছিল। সেইখন তেওঁ পত্নীলৈ আগবঢ়াই দিলে। একে উশাহতে

চলিহানীয়ে কথাখিনি পঢ়ি শেষ কৰিলে। তেওঁৰ কপালত চিন্তাৰ ৰেখা ফুটি উঠিল।

তুমি কি ভাবা এই বিষয়ে? চলিহাৰ প্ৰশ্ন।

বিশেষ ভাবিবলগীয়া একো নাই। এইবোৰ কোনোবা স্কুলীয়া ল'ৰাৰ ধেমালী। কিবা নাটক-থিয়েটাৰৰ কথাও হব পাৰে। ও, এতিয়া ব'লা। এইবোৰ ভাবি থাকি লাভ নাই।

পত্নীৰ কথাত চলিহাৰ মনটো মুকলি মুকলি লাগিল। ঈষৎ হাঁহি এটা মাৰি তেওঁ পত্নীৰ পিছে পিছে কোঠালীলৈ আহিল।

তোমাৰ পলিটিক্স কেনে চলিছে? কোমল হাঁহিৰে চলিহানীয়ে সুধিলে।

চলিছে ভালেই। অ' তুমি এটা কথা গম পাইছা নে নাই? মই পাৰ্টি চেঞ্জ কৰিলো।

হয় নেকি? কেতিয়া?

হ'ল দুদিনমান। সিদিনা দিল্লীত গৈ সকলো ঠিক-ঠাক কৰি আহিলো। এইবাৰ নিৰ্বাচনত মোৰ সমষ্টি হব এই ধনপুৰ মৌজা। বামপন্থী ৰাজনীতি কৰি একো লাভ নাই বুইছা?

কিয়, তোমাৰ এই ঘৰ-বাৰী? অন্ততঃ, এই গাঁৱলীয়া ঠাইখনত এনেকুৱা ঘৰ এখন যে সাজিলা, এয়া তো তোমাৰ বামপন্থী ৰাজনীতিৰেই ফল, নহয় জানো?

অৱশ্যে। অমৃত চলিহাই ক্ষীণকৈ হাঁহিলে। তাৰ পিচত কলে —এইবাৰ মই জিকিমেই আৰু জিকিলেই মন্ত্ৰী হব পাৰিম।

কিন্তু, পাব্লিকে তোমাক—

থৈ দিয়া তোমাৰ পাব্লিক। পাব্লিক বুলি বস্তু এটা আমাৰ দেশত আছে জানো? যোৱা দহ বছৰে যে মই বামপন্থী ৰাজনীতিৰ নামত এই ঘৰ-সম্পত্তি কৰিলো, তেতিয়া তোমাৰ পাব্লিকে কিয় নেমাতিলে?

তেতিয়াৰ কথা বেলেগ। আজিকালি মানুহবোৰ সলনি হৈছে।

সলনি একো হোৱা নাই, বুইছা? আগতে নিবনুৱাৰ সংখ্যা কম আছিল, সেইবাবে বামপন্থী দলতো মানুহৰ সংখ্যা কম আছিল। এতিয়া নিবনুৱাও বাঢ়িল। দলো বাঢ়িল। সলনি সেইখিনিহে হৈছে। মুঠতে, এইবাৰ নিৰ্বাচনত মই জিকিম, আৰু জিকিলেই মন্ত্ৰী হব পাৰিম। মই মন্ত্ৰী হলে তোমাক প্ৰথমে এটা প্ৰেজেণ্ট দিম। কি দিম, কোৱা?

নেলাগে যোৱা মোক প্ৰেজেণ্ট। অভিমানতে চলিহানীয়ে স্বামীৰ বুকুৰ মাজত সোমাই পৰিল।

শোৱনি কোঠাৰ খিৰিকীৰে ৰাতিপুৱাৰ হালধীয়া ৰ'দ এচমকা সোমাই আহিছে। ৰ'দৰ চিটিকনি চলিহানীৰ গাতো পৰিছে। প্ৰায় উদং তেওঁৰ নিপোটল বুকুখন কেঁচা সোণৰ দৰে জিলিকি উঠিছে। কোঠালীৰ মজিয়াখনতো বিয়পি পৰিছে ৰাতিপুৱাৰ সোণালী ৰ'দ। খিৰিকীৰ কাষৰ ডালিমজোপাত পৰি বাটলুগুটীয়া চৰাই এটাই ওপৰলৈ ঠোট মেলি চিঞৰিব লাগিছে। সি যেন চিঞৰাৰ সলনি সেইদৰে ঠোট মেলি ৰাতিপুৱাৰ জুলীয়া পোহৰবোৰহে গিলিব ধৰিছে। ক্ষন্তেক পৰ সেই দৃশ্য চাই থাকি অমৃত চলিহা অভিভূত হৈ পৰিল।

দুপৰীয়া মাইকত আকৌ ঘোষণা কৰা হ'ল। লিফ্‌লেটৰ কথাখিনিকে এদল যুৱকে খুব তেজস্বী কণ্ঠত গাঁৱৰ মাজে মাজে ঘোষণা কৰি গ'ল: আকৌ এটা বাঘ নামিছে। অৰ্থাৎ, ধনপুৰ মৌজাৰ অন্তৰ্গত লাহৰী-ডাঙৰীকে আদি কৰি ছখন গাঁৱৰ মাজলৈ আকৌ এটা বাঘ নামি আহিছে। ঢেকীয়াপতীয়া নে নাহৰ ফুটুকী নে আইন কিবা ঠিক ধৰিব নোৱাৰি যদিও এইটো স্পষ্টকৈ জানিব পৰা গৈছে যে সি এটা প্ৰকাণ্ড, হিংস্ৰ, ভয়ংকৰ বাঘ ইত্যাদি। ঘোষণাৰ শেষৰ ফালে ৰাইজক উদাত্ত কণ্ঠে আহ্বান কৰা হৈছে: আহক ৰাইজ। কাইলৈ। কাইলৈ। বিলম্বৰ সকাম নাই। কাইলৈ

ৰাতিপুৰাতে আপোনালোক পাহাৰৰ নামনিলৈ ওলাই আহক। আটায়ে একগোট হৈ ওলাই আহক। কাইলৈ ৰাতিপুৱা কাইলৈ।

মাইকৰ শব্দ লাহে লাহে দূৰত্ত হেৰাই পৰিল। লগে লগে গাঁৱৰ মানুহৰ মাজত আৰম্ভ হ'ল গুণ্ গুণনি। আটাইৰে চকু-মুখত ফুটি উঠিল সন্ত্ৰাসৰ চিন। ৰাজহুৱা পকী নাদৰ পাৰত আহি বিমলাৰ মাকে চিঞৰিলে : শুনিছনে, হেৰ পমিলাৰ মাক। তইহে কৰ বোলে আজিকালি বাঘ-ঘোং নাই। মাইকত কি কৈ গ'ল শুনিলি?

শুনিলো শুনিলো। এতিয়া বুঢ়া বয়সত বাঘৰ হাতত মৰিব লাগিব যেন পাইছো। পমিলাৰ মাকে সঁচাকৈয়ে ভয় খাইছে। একেটি মাত্ৰ পুতেক মিলিটাৰীত গৈছে। পমিলাক বিয়া দিছে। অকলে অকলে ঘৰখনত বুঢ়ী থাকে। মাইকৰ কথাখিনি শুনিবৰেপৰা বুঢ়ীয়ে চকু মুদিলেই বাঘটো দেখা পায়। উস্ কি ভয়ংকৰ বাঘ! কি তাৰ চকু! চকু নহয় যেন দুইকুৰা দপ্ দপীয়া জুই। আৰু তাৰ জিভাখন কি চাৱা। টিকৃটিকিয়া ৰঙা। দুহাতমান দীঘল। জিভাৰ পৰা অনবৰত লেলাৰতি বৈয়ে থাকে। সদায় ৰাতিপুৱা সি পাহাৰৰ নামনিলৈ আহে। পাহাৰৰ নামনিত এচটা প্ৰকাণ্ড শিল আছে। তাতে সি বহে। বহি বহি কোৰাৰি চেলেকি সি ৰ'দ পুৱায়। মুঠতে, পমিলাৰ মাকৰ পেটত ভাত নাই, চকুৰ টোপনি নাই।

পাৰিম পাৰিম, কেলেই নোৱাৰিম? সৌ চাহাবৰ দিনৰ কথা মনত নাই? এই যোগানন্দ মেধিক চাহাবে এনেয়ে ৰায়বাহাদুৰ খিতাপ দিছিলনে? লেখি লেখি তিনিটা ঢেকীয়াপতীয়া মাৰিছিলো, বুইছা ল'ৰাহঁত? আৰু বাঘো তোমাৰ এলা-পেচা বাঘ বুলি ভাবিছা নেকি? প্ৰকাণ্ড, বিয়াগোম বাঘ। পুৱা-গধূলি এহাল মস্ত বলধ নহলে বেচেৰাৰ পেটে কলমলনি লগাই দিয়ে। আজিকালি তোমাৰ সৌ কেলেহুৱা, ফপৰীয়া মেকুৰীটোৰ কথাহে কৈছা। সেইবোৰ কিবা বাঘৰ লায়ক নেকি? চকুত দুই বেটাৰীৰ টৰ্চ মাৰি দিলেই সি সেও



হব। মোক লৈ বলাচোন, বাঘৰ ফিতাহি চাই লওঁ। লৈ ব'লা। যোগানন্দ বুঢ়াই বিছনাত উঠি বহিল। ভাগ্যে যেনিবা কাষত বোৱাৰীয়েক স্নেহলতা আছিল। স্নেহলতাই বুঢ়াৰ গাত থাপ মাৰি ধৰি কলে : নেলাগে পিতাই, আপুনি শুই থাকক। ডাক্তৰে আপোনাক কথা কবলৈ হাক দিছে নহয়। আপুনি শুই থাকক। স্নেহলতাই বুঢ়াক বিছনাত শুৱাই দিলে। বোৱাৰীয়েকৰ কোমল স্নিগ্ধ মুখখনিলৈ করুণ দৃষ্টিৰে চাই ক্ষন্তেক পিছতে বুঢ়াই তভক মাৰিলে। আজি প্ৰায় পাঁচ বছৰৰ পুৰণি সাঁচতীয়া কফ, পিত্ত আৰু বাতবিষৰ সন্মিলিত তাড়নাত ৰায়বাহাদুৰ যোগানন্দ মেধি জঠৰ হৈ পাৰিছে।

ডুপৰীয়া প্ৰগতিবাদি যুৱক সংঘই আকৌ মাইকত ঘোষণা কৰি গ'ল। আবেলিৰ লগে লগে ধনপুৰ মৌজাবাসী ল'ৰা-তিৰোতাৰ মনত এক অজান আতংকই বাহ ললেহি। কাইলৈ ৰাতিপুৱাতে বাঘটো ওলাব, পাহাৰৰ নামনিত। তালৈ যাব লাগিব, আটায়ে। মইকত কোৱা কথা, নুশুনিলে নেমানিলে আকৌ বা কি অঘন্তৰ ঘটে!

মুনিচুনি পৰত সন্ধ্যা, মালিতা আৰু যোগমায়াহঁতে নিজৰ নিজৰ চিঠি-পত্ৰ, সপোন দিঠকৰ আলোচনাৰ মাজতে কায়দা কৰি কথাটো উলিয়াই দুবাৰমান চোবালে। সন্ধ্যাৰ মনত পৰিছে নীতিশলৈ। সি টাউনত পুলিচ কাম কৰে। সি থকা হলে সন্ধ্যাই আজি সন্ধিয়াটো বুকু ডাঠ কৰি পাৰ কৰি দিব পাৰিলেহেঁতেন। মালিতা আৰু যোগমায়াৰ কথাও একেই। যতীন আৰু দিবাকৰ। টাউনত চাকৰি। গতিকে সিহঁতেও বহুদিন ধৰি এক চিঠি-পত্ৰ সৰ্বস্ব জীৱনকে পাৰ কৰি আহিছে। উপায় নাই।

ৰাতি দুই-একে বাঘৰ হাওৰণি শুনিলেই। খেনোৱে শুনিলে, গোহালিত গৰুৱে নেজ কোবাইছে। বোধহয়, সিহঁতেও বাঘৰ গোন্ধ পাইছে। নন্দী মিস্ত্ৰীয়ে টোপনিত প্ৰায়ে হাটুৰী-বটালি-গজালৰ

আৱাজ শুনে। আজি শুনিলে কেবল বাঘৰ গোজৰণি। শুনিলে বুকু কঁপি উঠে।

ৰাতি পুৱাল। লগে লগে পাহাৰৰ নামনিলৈ ববলৈ ধৰিলে গুৰিপকুৱাৰ দৰে লানিনিচিগা মানুহৰ সোঁত। আটাইৰে মনত ভয় যদিও লগে-ভাগে যাবলৈ পাই ভয় নাইকিয়া হৈ পৰিছে। কেবল চকুত কিঞ্চিৎ আতংক আৰু উৎকণ্ঠাৰ আভাস। ধনপুৰ মৌজাৰ মানুহ ভাঙি আহিছে। ক্ষন্তেক পাহাৰৰ নামনিখন লোকে লোকাৰণ্য হৈ পৰিল। প্ৰগতিবাদী যুবক কেইজনমানে আগৰে পৰাই তাত খুটখাটকৈ কিবা কৰি আছিল। ৰাইজৰ সমাগম দেখি এইবাৰ সিহঁতৰ উদ্যম আৰো চৰিলহে। এজনে পাহাৰৰ নামনিৰ শিলচটাত উঠি গহীন স্বৰে মাইকত ঘোষণা কৰিলে—ৰাইজ, আপোনালোক অধৈৰ্য্য নহব। বেছি সময় নাই। আৰু পাঁচমিনিটমান পিছতে বাঘটো ওলাবহি। তেতিয়া আমি যি কওঁ আপোনালোকে সেইমতে কাম কৰিব। ধন্যবাদ। যুবকজন শিলচটাৰ পৰা নামি আহিল। ৰাইজৰ মাজত গুণ্‌গুণনি আৰম্ভ হ'ল।

অমৃত চলিহায়ো মনৰ কৌতুহল দমন কৰিব নোৱাৰিলে। নিচেই পুৱাতে ধকধকীয়া বগা চুৰিয়া-পাঞ্জাৰী এজোৰ পিন্ধি তেওঁ পত্নীক কলে: হেৰা মই ওলালো।

কলৈ? চলিহানীয়ে বিছনাৰ পৰা প্ৰশ্ন কৰিলে।

তুমি গমেই পোৱা নাই। ইফালে ধনপুৰ মৌজাৰ ৰাইজ ভাঙি গৈছে। সৌ পাহাৰৰ নামনিত বিৰাট জনতাৰ সমাগম হৈছে। বাঘ ওলাইছে হেনো

গম নোপোৱা নহয়, পাইছো। কিন্তু, তুমি তালৈ যাব নেলাগে। যোৱা নিশা মই বৰ বেয়া সপোন এটা দেখিছো। তুমি নেযাবা।

হা-হাকৈ হাঁহি চলিহাই কলে: সেইবোৰ বাদ দিয়া। মই ওলালো। ল'ৰাহঁতেনো কি পাতিছে এইখন, চাই আহো। সোনকালে



আহিম। তুমি লিলিৰ হতুৱাই চাহ-পানী অনাই খাবা। হন্‌হন্‌কৈ খোজ দি অমৃত চলিহা ওলাই আহিল।

তেওঁ মানুহৰ জুমটোত সোমাল। দুই-একে তেওঁক বাট এৰি দিলে। মানুহৰ ভিৰ ঠেলি ঠেলি তেওঁ একেবাৰে সমুখত-উপস্থিত হ'লগৈ। লগে লগে এজন যুবকে এখন লিফ্‌লেট হাতত লৈ মাইকৰ সমুখত পঢ়িবলৈ ধৰিলে: যিহেতু আপোনালোকে বাঘটোৰ আবিৰ্ভাৱৰ কোনো উমানকে পোৱা নাই, আনকি সেই বাঘটোৱে এতিয়া ধনপুৰ মৌজাৰ বাটেদি আহি আপোনালোকৰ মাজত উপস্থিত হোৱা সত্ত্বেও যিহেতু আপনালোকৰ কোনো চেতনা জগা নাই, সেইবাবে আমি আৰু নীৰৱে থাকিব নোৱাৰিলো। ৰাইজ, আপোনালোকে লক্ষ্য কৰিছেনে, আপোনালোকে উমান পাইছেনে সেই বাঘটো এতিয়া আহি আপোনালোকৰ সমুখত দণ্ডায়মান হৈ আছে? যোৱা দহবছৰে নিৰীহ ৰাইজক নানা ছলাহি কথাৰে ভুলাই ৰাইজৰ তেজ শুহি সেই বাঘটোৱে এতিয়া নতুনকৈ গাত শক্তি সঞ্চয় কৰি আপোনালোকৰ মাজলৈ নামি আহিছে। সেই বাঘটো কোন জানেনে? সেই বাঘটো হ'ল অমৃত চলিহা। ৰাইজে ইজনে সিজনৰ চকুলৈ চোৱা-চুই কৰিবলৈ ধৰিলে। অমৃত চলিহাৰ বুকুখন আতংকত কঁপি উঠিল। তেওঁৰ মূৰটো যেন আচন্দ্ৰাই কৰিবলৈ ধৰিলে। প্ৰগতিবাদী যুবক সংঘৰ যুবকজনে হাতৰ মাইক এৰি চলিহাৰ ফালে চোঁচা মাৰি খেদি আহিল। তাৰ পিছে পিছে আৰু এদল যুবক। আটাইৰে মুখত অশ্লীল চিঞৰ, অবাইচ মাত। কেওফালে হুলস্থুল লাগি পৰিল।

এটা বিকট চিঞৰ মাৰি অমৃত চলিহা মাটিত ঢলি পৰিল।

## নিশি পৰভাত ভৈল

বাহিৰত সন্তৰ কাহিলি কাহিলি পোহৰ হৈছে সিজু গছজোপাৰ পৰা দীঘল সুহুৰি মাৰি দহিকতৰা। এটা উৰি গ'ল। লগে লগে এমুঠিমান ঘন-চিৰিকাৰ কোড়াল। সকলোবোৰ কিচিৰ-মিচিৰ লগ লাগি এটা আবহ সুৰৰ সৃষ্টি হৈছে। ইকৰাৰ বেৰথনৰ মাজেদি আহি সোণালী সূতাৰ দৰে পোহৰ অলপ ঘৰৰ ভিতৰত পৰিছে। সেই পোহৰখিনিকে চেলেকি খাবলৈ যেন ঘৰৰ মুধচৰ মকৰাজালখনত মকৰা এটাই ধৰফৰ কৰিছে। এবাৰ আগুৱায়, অলপ ৰয় ; আকৌ পিছুৱাই আহি আগৰ ঠাইখিনি পায়। দেউতাৰ কাষতে মই শুই আছোঁ বাঁহৰ খাটিয়াখনত। একেবাৰে বেৰৰ কাষৰখনত মা অকলে। আগেয়ে মাৰ লগত ভাইটি শুইছিল। এতিয়া সি নাই। তাৰ স্মৃতিহে মাথোন আমাৰ মনত লাগি আছে। মা বুঢ়ী হ'ল। গাল-মুখবোৰ সোতোৰা-সুতুৰি দিছে। ক্ৰমে তীব্ৰ হৈ অহা পুৱাৰ পোহৰে চকুত ধৰিলে হবলা ; গাটো এবাৰ ইকাটি-সিকাটি কৰি মা আকৌ নিঃসাৰ হৈ পৰি থাকিল। দুচকুৰ চঞ্চল পতা দুখনলৈ চাই মোৰ ভাব হ'ল, মাৰ টোপনি অহা নাই। হয়তো গোটেই নিশা উজাগৰেই আছে। বগা চাদৰেৰে ঢাকি লোৱা মাৰ অনুচ্চ বুকুখনলৈ চাই মোৰ মন মাৰি গ'ল। ভাইটিৰ শোকেই অৱশ্যে মাৰ বয়স বহুখিনি আগুৱাই দিছে। তাৰ উপৰি, এই দাৰিদ্ৰ্য আৰু অনাটনৰ শাৰীৰিক-মানসিক যন্ত্ৰণা। মই চকু মুটা মুদি দিলোঁ। সদায় একে দৃশ্য, একে অনুভূতিত মন বিষাক্ত হৈ পৰিছে। হঠাতে দেউতাই এবাৰ গাটো লৰালে। এটা বিৰক্তিকৰ শব্দ কৰি বাঁহৰ খাটিয়াখন কেৰ্‌মেৰাই উঠিল। চকু নেমেলাকৈয়ে বিবৰ্ণ ওঁঠ দুটা সামান্য ফাক কৰি দেউতাই ভোৰ-ভোৰাই কিবা ক'লে।



"বাপন !"

"হুঁ।" মুখত জমা হৈ থকা থুখিনি কুইনাইন গিলাৰ দৰে গিলি মই দেউতাৰ মুখৰ ফালে চালোঁ। শুকান কাঠ এচলাৰ দৰে করুণ নীৰস এখন মুখ। চকু দুটাত নিদ্ৰাহীনতাৰ স্পষ্ট দাগ। আজি নহয় বহুদিনৰ পৰাই দেউতাৰ চকুত টোপনি নাই। যিকণ সময়ৰ বাবে চকু জাপ খায়, সেইকণ সময়ত নিশাচৰ পখীয়ে পদুমনি বিলৰ বুকুত দীঘল দীঘল নখেৰে আঁচোৰ মাৰেহি। এটা ভয়লগা কোড়াল কৰি সিহঁত আকৌ শুই পৰে পাখিত ঠোঁট গুজি। বহুপৰৰ পিছত মুখখন দুহাতেৰে ঢাকি দেউতাই সুধিলে, "পোহৰ হ'ল নেকি ?" সৰু সৰু শিলগুটি দ' পানীলৈ দলিয়াই দিলে লাহে লাহে তললৈ বহি যোৱাৰ দৰে দেউতাৰ মুখৰ শব্দ কেইটাও গভীৰ নিস্তব্ধতাৰ অতল তলিলৈ ডুবি গ'ল। কি ক'ম ভাবি নাপালোঁ। এয়া দেউতাই সদায় সোধা প্ৰশ্ন। শুনি শুনি আৰু একেটা উত্তৰকে সদায় দি অভ্যস্ত হৈ পৰিছোঁ। উত্তৰটোৰ প্ৰতি কাৰো বিশেষ আগ্ৰহ নাই—মা, মোৰ, দেউতাৰ—কাৰো। তথাপি আজি দেউতাৰ মাতত মই উচপ খাই উঠিলোঁ। জুলীয়া পোহৰে উজ্জ্বল কৰি তোলা ঘৰৰ মুধচলৈ চাই কিবা এটা কওঁ বুলিও ৰৈ গলোঁ। মই জানোঁ, দিনৰ পোহৰবোৰ আমাৰ বাবে বৰ ভয়ানক। আমাৰ মনৰ মণিকোঠাত কলৰৱমুখৰ বহিঃপ্ৰকৃতিৰ অস্তিত্ব শূন্য। এই কথা উপাজিবৰ পৰাই মই মৰ্মে মৰ্মে উপলব্ধি কৰি আহিছোঁ।

দেউতাই মানুহক ভয় কৰে। আমাৰ গাঁৱৰ একালৰ প্ৰতিপত্তি-শালী হৰিপণ্ডিত মোৰ দেউতাই আজিকালি মানুহলৈ ভয় কৰে। স্কুলৰ পৰা অৱসৰ পোৱাৰ আজি প্ৰায় তিনি বছৰ হ'ল ; কিন্তু এই কেইদিনতে দেউতা ধাৰত ডিঙিলৈকে পোত গ'ল। যোৱা বেলি মাধুৰী বাইদেউৰ বিয়া, মাৰ অসুখ আৰু ঘৰুৱা খৰচ-পাতি সবৰে বাবে ধাৰ লাগিল। দেবেন মহাজনৰ দোকানত পঁচিশ টকা, ৰামগুৱালৰ তাত এঘাৰ টকা, ধনেশ্বৰ কবিৰাজৰ 'আয়ুৰ্বেদ ভৱন'ত সাত টকা। ইয়াৰ বাহিৰেও আৰু বহু ঠাইত বহুত টকা। মানুহবোৰে আমাৰ

ঘৰ বিচাৰি আহিলে হে গম পাওঁ দেউতাই ক'ত কিমান ধাৰ কৰিছে। সদায় এজন নহয় এজন মানুহ আহিবই। আহি সিহঁতে প্ৰথমে নিজৰ অভাৱ আৰু ব্যৱসায়ৰ লোকচানৰ কথা কয়। তাৰ পিচত দেউতাৰ কৰ্তব্য জ্ঞানক আক্ৰমণ কৰে। সদৌ শেষত বেয়া বেয়াকৈ গালি পাৰি গুচি যায়, দেউতাই ফাকি দিয়ে টকাখিনি অহা হাটবাৰে যেনেতেনে দি দিব বুলি। কিন্তু তেনে হাটবাৰ কেইবাটাও পাৰ হৈ যায়। ফলত সমাজৰ আগত দেউতাৰ পৰিচয় কুৎসিত হয়। দেউতাই নীৰৱে সহ্য কৰি যায়; কিন্তু মাৰ দুয়োটা চকু বৈ বৈ কঁপি উঠে; চকুপানীৰ লগতে যেন ভাঙি ডোখৰ ডোখৰ হৈ উটি আহে। বহুবোৰ টুকুৰা-টুকুৰ চিন্তাই পনিয় কাঁইটৰ দৰে মোৰ দেহ-মন জৰ্জৰিত কৰেহি। দেউতাক কোনোবাই কিবা অনিষ্ট কৰে বুলি প্ৰায় ভাগ মই ফাকি দিওঁ দেউতা ঘৰত নাই বুলি। পইচা সাধিবলৈ মানুহ অহা গম পালেই তেওঁ পিচ দুৱাৰেদি শাকনিত সোমায়। দীঘল দীঘল কাঁহীবনৰ মাজত বহি খন্তিখনেৰে ভেণ্ডিৰ গুৰি খুচৰি দিয়ে। বতাহত হালি পৰা ধাঁহপাতে নিমিষতে ঢাকি ধৰে দেউতাৰ পিঠি, বুকু আৰু মূৰ। মই কওঁ—"দেউতা ঘৰত নাই! মাধুৰী বাইদেউহঁতৰ ঘৰত কাৰোবাৰ বোলে অসুখ। কালিয়ে গৈছে। কেতিয়া আহে নাজানোঁ।" গোকাট মিছা কথা। চকুত জুই শিখা জ্বলাই মানুহবোৰ গুচি যায়। এনে ফাকি বহুদিন বহুবাৰ দি আহিছোঁ। সিদিনা ৰামগুৱালকো দিছিলোঁ একেটা ফাকি। দেবেন মহাজনকো কৈছিলোঁ—"দেউতা ঘৰ আহি পোৱাই নাই। পৰহিয়ে গৈছে আমিনগাঁৱলৈ। অহা-নহাৰ কথা একো কৈ যোৱা নাই।" ডাঙৰ ডাঙৰকৈ কোৱা মোৰ কথা কেইটা শুনি শোৱাপাটীত পৰি মা আৰু দেউতাই হুমুনিয়াহ কাঢ়িছিল। হয়তো এই বয়সতে মোৰ চৰিত্ৰৰ অৱনতি দেখি নীৰৱে চকুলো টুকিছিল। হয়তো এক চিৰন্তন সত্যৰ পুনৰ উপলব্ধিত পিছ মুহূৰ্ততে মা আৰু দেউতাই মোক ক্ষমা কৰিছিল।



উত্তপ্ত উশাহখিনি নাকেৰে এৰি দি মাই মূৰেগায়ে কাপোৰখন মেৰিয়াই ললে। বাহিৰৰ কোলাহলবোৰে ক্ৰমাৎ তীব্ৰ হৈ ঘৰৰ ভিতৰলৈও সোমাই আহিবলৈ চেষ্টা কৰিছে। এই একেটা সময়তে ক'ৰবাত নতুন ফুল এপাহ ফুলিছে, ক'ৰবাত সৰি গৈছে। কোনোবা সহদেৱক মতা চৰাই এটিয়ে দীঘল নাকীসুৰে ৰাউচি জুৰিছে। এই আটাইবোৰ খিকিন্দালিকো নেওচি ঘৰৰ ভিতৰখন অনন্তৰ ধৰণে মৌন-নিৰ্জন হৈ পৰিছে। যেন হেজাৰ হেজাৰ বছৰৰ করুণ স্মৃতি-ধৌত অচিন কবৰ আমাৰ ঘৰটো।

হঠাতে পদূলিৰ জপনাখনত খটংকৈ শব্দ হ'ল। শব্দটো যিমান জোৰে হৈছিল তাতোকৈ দহগুণ জোৰে আহি যেন দেউতাৰ কাণত সোমাল। বিচনাত উবুৰি হৈ শুই তেওঁ সোঁ-ভৰিখন এনেয়ে এবাৰ লাহেকৈ জোকাৰি দিলে। খুদমান মাছে খুটিওৱা বৰশীৰ পুঙাৰ দৰে সোঁ-ভৰিৰ বুঢ়া আঙুলিটো থৰক-বৰক হৈ পৰিল। দেউতাৰ বুকুৰ ধপধপনিবোৰে খাটিয়াখনৰ বাঁহবোৰত খুন্দা খাই মোৰ কাণৰ পৰ্দাতো ধং-ধংকৈ কোবাই থাকিল। এক অসহ্য বিৰক্তিত চকু দুটা মেলি দি মই মালৈ চালোঁ। আঠু দুটা বুকুৰ কাষলৈ টানি মা শুই আছে নিতাল মাৰি। খিৰিকীৰে অহা পুৱাৰ চেঁচা-বতাহত মূৰৰ আধা-পকা চুলিবোৰ অস্থিৰভাৱে উৰি আছে। অকস্মাতে বেৰৰ ফালে মুখ কৰি মাই অকলে কোৱা দি ক'লে, "ৰাতি পুৱাল।" মই ওঁ বুলিও নক'লোঁ।

দেউতাৰ ডিঙিৰ পৰা এটা সৰু অথচ বিকৃত গেঙনি বাহিৰ হৈছে।

"বাপন", মাৰ মাতত অস্বাভাৱিক জড়তা। মই "হু" বুলি মাতিলোঁ।

"সাৰ পাইছ?"

মই একো নকলোঁ। ইতিমধ্যে জপনাখনৰ শব্দটো ৰাতিপুৱাৰ নিবিড় কোলাহলৰ মাজত হেৰাই পৰিছে।

"দেউতাৰক চাচোন।" মাৰ মুখত ইমান বেদনাৰ ধ্বনি মই কোনো দিনে শুনা নাছিলোঁ। কোনোদিনে ইমান গভীৰ বিষাদৰ ছাঁ মাৰ মুখত মই দেখা নাছিলোঁ। মই কিবা এটা কওঁ বোলোতেই গাৰুটোত মুখখন হেঁচি ধৰি দেউতাই ক্ষীণ মাতেৰে ক'লে, "চাব নালাগে। একো হোৱা নাই মোৰ।" বহু সময়ৰ নিস্তব্ধতাৰ পিছত আধামেলা চকুৰে তেওঁ মোৰ মুখলৈ চালে আৰু একপ্ৰকাৰ উত্তেজনাৰেই কৈ উঠিল, "বাপন, ৰূপহঁতৰ ফালে বোলে—" "ওঁ, বানপানী উঠিছে।" দেউতাৰ মুখৰ পৰা কাঢ়ি নি মাই ক'লে, "সিহঁতৰ ঘৰ-বাৰী বোলে পানীৰ তলত। গৰু-ম'হ কেনি উটি গৈছে গমেই পোৱা নাই হেনো।"

মাইঁতৰ কথাৰ ইংগিতটো মই বুজি পালোঁ। আটায়ে জানে যদিও পোনপটীয়াকৈ কোনেও কথাটো উলিয়াব পৰা নাই। এনে অৱস্থা আমাৰ প্ৰায়ে হয়। প্ৰায়ে আমি নিজক প্ৰবোধ দিবলৈ চেষ্টা কৰোঁ। ফাঁকি দিবলৈ চেষ্টা কৰোঁ। আজি ৰূপধৰ ককাই অহাৰ কথা আছে। যোৱা বুধবাৰেও আহিছিল। আমাৰ ঘৰত থাকি ডাঙৰ-দীঘল হোৱা ল'ৰা। মোকো বোলে সিয়ে কোলাত লৈ ইমানটো কৰিছে। পিছে বয়স হোৱাত সি তাৰ বিজুলীবাৰী গাঁৱলৈ গৈ যোৱাবছৰ বিয়া-বাৰু কৰালে। এতিয়া চাউলৰ বেপাৰ কৰে। প্ৰথমতে আত্মীয়তাৰ খাতিৰতেই হওক বা কৰ্তব্যৰ খাতিৰতেই হওক সি দেউতাক বহু টকালৈ চাউলৰ বাকী দিছিল। কিন্তু বাকী টকাৰ সংখ্যা বহুত হৈ যোৱাত আমাৰ ঘৰৰ লগত অলপ মনোমালিন্য ঘটিল। পিছত দিনে দিনে আহিও যেতিয়া দেউতাৰ পৰা চাউলৰ পইচা আদায় কৰিব নোৱাৰিলে তেতিয়া ঘটনাই মাৰাত্মক ৰূপ ললে। বজাৰে-সমাৰে দেউতাক গালি পৰাৰ পিছত সিদিনা ঘৰলৈ আহিও সি বেয়াকৈ কৈ গৈছে। আলি কেঁকুৰিটোত ৰূপধৰ ককাই অদৃশ্য নোহোৱালৈকে সেই ফালে চাই চাই মা আৰু দেউতাই হুকহুককৈ কান্দিছিল। পাক-



ঘৰৰ চালত এখন ঠেঙত ভৰ দি টোপনিয়াই থকা পাৰজনীয়ে হঠাতে কোঁহ-কোঁহাই উঠিছিল—যেন মুখত কোমল হাঁহি এটা লৈ আহি ভাইটি আকৌ গুচি গ'ল ক'ৰবালৈ। আত্মগ্লানিৰ বেদনাত দুয়োহাতে মুখ ঢাকি দেউতাই হয়তো ভাবিছিল কোন শুদ্ধ, ৰূপধৰ নে মই!

ভৰিত জোট লাগি থকা বিচনাৰ চাদৰখন জোকাৰি পেলাই মই বিচনাত উঠি বহিলোঁ। বাহিৰৰ কোলাহলবোৰ এতিয়া পূৰঠ হৈ পৰিছে। চোতালৰ ধূলিত এজাক ঘন-চিৰিকাই উমলিছেহি। ধূলিবোৰ যেন সোণৰ গুৰিৰ দৰে উফৰি পৰিছে সিহঁতৰ মুগা পাখিবোৰত। বেৰৰ জলঙাৰে জুমি চাই দেখিলোঁ, এবাৰ এটা ওপৰলৈ উৰি যায়, বহু ওপৰলৈ। আকৌ নামি আহে। আহি এটাক ঠোঁটেৰে হেঁচি ঘন-চিৰিকাই ডেউকাৰে ঢাকি ধৰে। তাৰ পিছত হঠাতে ক'লৈ যে ভুৰুংকৈ উৰি গ'ল!

"মা।" এবাৰ মাতিলো, "অ' মা!"

বিশৃংখল কাপোৰখিনি ঠিক কৰি মাই এবাৰ সেপ ঢুকিলে। কিবা কওঁ বুলি হৰপায় ওঁঠ দুটা সামান্য ফাক কৰি কঁপাই আকৌ নিশ্চুপ হৈ ৰ'ল।

"কোনোবা এজন আহিল কিজানি। জপনাখন দেখোন মেলাৰ শব্দ হৈছে।"

"কোন?"

হঠাতে এক বিৰক্তিকৰ নিস্তব্ধতা। এই নিৰুতাই যেন আমাক বুজাই দিলে এই প্ৰশ্নৰ কোনো নতুন অৰ্থ নাই। সকলোৱে জানে। মা, দেউতা আৰু ময়ো জানোঁ। হয়তো ৰূপধৰ ককাই আহি পালেই! দেউতাই ঘনঘনকৈ উশাহ লৈছে। উশাহৰ লগে লগে উঠা-নমা কৰিছে দেউতাৰ হাড় ওলোৱা বুকুখন। ক্ৰমে ওচৰ চাপি অহা ভৰিৰ শব্দটোলৈ উৎকৰ্ণ হৈ থাকোতেই বেৰৰ পিনে ডিঙিটো বেঁকা কৰি মা ঢলি পৰিল। মুখখন বিকৃত কৰি সেহাই সেহাই ক'লে,

"বাপন, তই, তয়ে কগৈ যা কিবা এটা।" মোৰ বুদ্ধি আৰু অভ্যাস সম্পৰ্কে মাহঁতৰ ধাৰণ যথেষ্ট দৃঢ়। সাজি কৈ কৈ মই অভ্যস্ত হৈ গৈছোঁ। মোৰ মগজুলৈ নতুন নতুন ফাকি কিছুমান আহিল। বহুবোৰ ফাকি বাতিল কৰি শেষত ঠিক কৰিলোঁ আজি দেউতাৰ বৰ টান নৰিয়া বুলি ক'ম। কথা-বতৰা পাতিবলৈ গাত শক্তি নাই।

এয়া, বাহিৰত কোনোবাই মোৰ নাম ধৰি মাতিছে। ৰূপধৰ ককাইৰ মাত। যথেষ্ট সেমেকা কণ্ঠস্বৰ। হয়তো মোক মতা বাবেই অলপ কোমল সুৰে মাতিছে সি। ইতিমধ্যে পগলাৰ দৰে বিচনাত উঠি বহি দেউতাই বিৰবিৰকৈ কিবা বক আছিল। সম্পূৰ্ণ অসংলগ্ন কথা। আয়নাৰ খোলাৰ ওপৰেৰে খোজকঢ়াদি আহি মই দুৱাৰ-দলি পালোঁ। দুৱাৰখন খোলাৰ আগেয়ে এবাৰ ফাকেৰে বাহিৰলৈ জুমি চালোঁ, ৰূপধৰ ককাইৰ মুখখন চাওঁ বুলি। নেদেখিলোঁ। স্বচ্ছ পোহৰ এসোপাহে ক্ৰমে বিস্তৃত হৈ চকুত সোমালহি। বিচনাৰ পৰা এখন ভৰি নমাই এক তীব্ৰ যন্ত্ৰণাৰে দেউতাই মোৰ ফালে চাই আছিল। মই চকু দুটা মুদি দিলোঁ। মোৰ ভাব হ'ল, মই যেন খুব জোৰকৈ মা মা বুলি চিঞৰি আছোঁ, মই যেন ক'ব খুজিছোঁ, দেউতা! দেউতা! ৰূপধৰ ককাই অহা নাই। পদূলিত খটং-খটংকৈ শব্দ হোৱা নাই। কোনেও মোক মতা নাই 'বাপন' বুলি। দেউতা, মা, তহঁত শুই থাক। এয়া মই বাহিৰলৈ চাইছোঁ। ক'তা! কতো একো নাই। মাথোন সোণ গলা ৰ'দ আৰু অসংখ্য চৰাই। সিহঁতে খেলিছে মোৰ লগত। চা এয়া ময়ো সোণালী হ'লোঁ।

ক'ব নোৱাৰোঁ, মোৰ কি হৈছিল। ক্ৰমে ঢলি গৈ বিচনাত পৰিব খোজা মাৰ মূৰটোত ধৰি দেউতাই কিবা চিঞৰিব খুজিছিল। নোৱাৰিলে। এখন হাতেৰে বেৰৰ খুটাটো খেপিয়াই চাই মাই কিবা ক'বলৈ বিচাৰিছিল। নোৱাৰিলে ক'ব।

নাজানোঁ, কেতিয়া দুৱাৰখন খুলি মই বাহিৰলৈ চালোঁ। বাহিৰৰ চোকা পোহৰ আৰু কোলাহলৰ মাজেৰে এখন এখনকৈ



দুখন মুখ মোৰ চকুত ভাঁহি উঠিছিল। মোৰ চকু দুটা যেন ক্ৰমাৎ বহল হৈ গ'ল। এয়া ৰূপধৰ ককাই আৰু মাখনী নবৌ। "দেউতা, চোৱাহিচোন কোন আহিছে!" বুলি চিঞৰিব খুজি মই থতমত খাই ৰৈ গ'লোঁ। ইতিমধ্যে মা আৰু দেউতাই পগলাৰ দৰে আহি দুৱাৰ-দলিত বহি পৰিছিল। শুকাই শুকাই খৰিকা যেন হোৱা দেউতাৰ ভৰি দুখন সাৱটি ধৰি কান্দোন আৰু উচুপনি মিহলি শব্দেৰে ৰূপধৰ ককায়ে বিৰ্‌বিৰ্‌কৈ কিবা কৈছিল। মই দেখিছিলোঁ, সেন্দুৰ-মিহলি গাখীৰৰ দৰে বগা মাখনী নবৌৰ মুখমণ্ডলত চকু-পানীৰ অবিৰাম সোঁত আৰু কৰুণ অস্থিৰতা। চোতালৰ পৰা কুটা এগছ লৈ উৰি যোৱা শালিকী এজনী বহুদূৰৰ জীয়া গছমথাৰ আঁৰত হেৰাই পৰিল। বুজো-নুবুজোকৈ মই বুজিব পাৰিছিলোঁ—ককাইহঁতৰ গাঁও-ভূঁই বানপানীয়ে ডুবাই পেলাইছে। দুয়ো কিছু দিন আমাৰ ঘৰতে থাকিম বুলি আহিছে পানী নুশুকায় মানে। আৰু মই উপলব্ধি কৰিছিলোঁ, এয়া ৰাতি পুৱাইছে; একাঁজলি স্বচ্ছ পোহৰে ৰাতিৰ এন্ধাৰবোৰ ধুৱাই দিছেই তড়িৎ গতিৰে।

# আমাৰ ষ্টুডিঅ'ৰ ঘড়ীত

এতিয়া সময় বাৰ বাজি কুৰি চেকেণ্ড গৈছে। ক্ষন্তেক পিচতে, অৰ্থাৎ ফেক্টৰীত ঢং-ঢংকৈ বাৰ বজাৰ কোব পৰাৰ লগে লগে আপোনালোকে শুনিবলৈ পাব ফেক্টৰীৰ কেন্টিনত শ্ৰমিকৰ চিঞৰ-বাখৰ, হুটুগোল। কুকুৰ আৰু কাউৰীৰ ৰৌ-ৰৌৱনি। চকীমেজৰ ঘটং-মটং, কাপপ্লেটৰ চামুচৰ ঠুং-ঠাং আৱাজ। ৰাস্তাত গাড়ী-ঘোঁৰা কমি আহিছে। দুই-এখন কিবা মাজে মাজে অহা-যোৱা কৰিছে যদিও নিঃশব্দ, নিস্তেজ, মন্থৰ সিহঁতৰ গতিবেগ। গাড়ীৰ ভিতৰৰ প্ৰাণীসমূহৰো অৱস্থা তদ্ৰুপ। হঠাৎ কেতিয়াবা এখন চিটীবাছ পাৰ হৈ যায়। চিটীবাছৰ হেণ্ডীমেনটাৰে চিঞৰিছে—লেডীৰ ছিট এৰি দিব, মহিলাৰ ছিট এৰি দিব। হেৰি, মাইকীৰ ছিটটো এৰি দিয়ক। সেইমতে বিভিন্ন নমুনাৰ প্ৰাণী নামিছে, উঠিছে, বহিছে। ফুটপাথো জনশূন্য প্ৰায়। মাথোন টেলিগ্ৰাফ প'ষ্ট এডালৰ ওপৰত উঠি মানুহ এটাই খুট-খাটকৈ কিবা এটা কৰি আছে। ড্ৰামৰ পৰা আলকাতৰা উতলি পৰাৰ দৰে তাৰ গাৰ পৰা টপ্‌টপ্ ঘাম সৰিব লাগিছে। সি বিড়ি হুপি থকা নাই; কিন্তু ঠিক বিড়ি এটা একান্ত মনে হুপি থকাৰ দৰে তাৰ ওঁঠদুটা জোঙা হৈ পৰিছে, চকুদুটা মুদখাই আহিছে। চকুৰ চেলাউৰি কোঁচ খাই পৰিছে। মাজে মাজে একোবাৰ টেলিগ্ৰাফৰ তাঁৰকেডালত এটা মৃদু গুঞ্জন উঠে। ক'ত কেনেকৈ হ'ল ধৰিব নোৱাৰি। অনুমান— ক'ৰবাত হয়তো চৰাইৰ পাখীৰ কোব লাগিছে। হয়তো পানী খোৱা ছুটীত আহি স্কুলীয়া ল'ৰাই শিলগুটি দলিয়াইছে।

কেন্টিনৰ হুলস্থুল। গৰম। চৌকাৰ ধোঁৱা। এইবোৰে তাক অতিষ্ঠ কৰি তুলিছে হবপায়। ইমান পৰে চকী এখনৰ তলত



আৰামত শুই আছিল। এতিয়া সি বুজিলে, ইয়াত আৰু সি এক মুহূৰ্তও থকা উচিত নহয়। ইয়াৰ পৰা তুৰন্তে আতৰিব লাগিব।

পিচঠেঙৰ মাজত কোঁচ খাই- থকা নেজডাল সি পোনাই লৈ হাতত সাৰে ভৰিত সাৰে সি চকীখনৰ তলতে এঙামুৰি কাঢ়িলে। গাটো টন-টনাই গ'ল। লাহে লাহে সি এইবাৰ খোজ পেলালে। চকী-মেজৰ তলে তলে খোজকাঢ়ি আহি সি কেন্টিনৰ চুকৰ এখন খিৰিকীত উঠিল। তাৰ মিহি ৰেশমী গোঁফ আৰু তীব্ৰ চুকৰ সমুখত জিলিকি উঠিল এখন দেৱাল। ঠিক কৰিলে, সি জপিয়াব। একেজাপে গৈ দেৱালখনত উঠিব। দেৱালখন বগাই যাব। লাহে লাহে, সাৱধানে। সি গৈ থাকিব। গৈ থাকিব। ফুঃ কেন্টিনৰ বয়টোৱে ধমক দিলে। গতিকে তৎক্ষণাৎ সি জাপ মাৰি দেৱালখনত উঠিল। ৰ'দ আৰু গৰম। দেৱালখনত খোজ দি সি বুজিলে ইয়াত আৰু ৰৈ থকাৰ কোনো মানে নাই। ঠেঙৰ তলুৱা পুৰি ডেই যাব। সি খোজ পেলালে, ঠিক এখিলা গছৰ পাত যেন বতাহত উৰি গৈছে তেনেকৈ সি খোজ পেলালে। দেৱালৰ ওপৰে ওপৰে তাৰ চকু দুটা সৰু হৈ যাব ধৰিছে, চেলাউৰি কোঁচ খাই আহিছে—টেলিগ্ৰাফত কাম কৰা মানুহজনৰ দৰে। এবাৰ সি আকাশলৈ চালে। নিলিম, বিশাল, মাজে মাজে দুই-এটা শগুণ উৰিছে। অবলীলা ক্ৰমে আলাসতে উৰিছে।

এইবাৰ কথা বেয়া হবযেন পাইছোঁ। সমুখৰ ফালে দেৱালখনত দুটা কাউৰী বহি আছে। কেনেকৈ পাৰ হোৱা যায়—নাই, পাৰ হব লাগিব। অকস্মাতে সি ভ্ৰূ-সংকোচন কৰি, দাঁত-মুখ কামুৰি এটা কৃত্তিম খঙাল ৰূপ ধাৰণ কৰিলে। এবাৰ মিউ-মিউকৈ মুখেৰে আৱাজো কৰিলে। নেজডাল থিয় কৰি এক যুদ্ধংদেহি ৰূপ ধাৰণ কৰিলে।

তাৰ এই ৰণ-হুঙ্কাৰ সাৰ্থক হ'ল। কাউৰী কেইটাই এবাৰ কাকৈ চিঞৰিলে, দেৱালত ঠোঁট ঘঁহিলে, দুবাৰমান পাখি

জোকাৰিলে ; তাৰ পিচত উৰি গুছি গ'ল। সি স্বচ্ছন্দে ফুৰ-ফুৰকৈ দেৱালৰ ওপৰে ওপৰে বগাই গ'ল।

হেৰি! শুনকচোন। হেৰি! নুশুনে। এবাৰ নহয়, দুবাৰ নহয়, তিনিবাৰ চিঞৰি চিঞৰি টেবুলত ঢকিয়াই মতা স্বত্তেও নুশুনে। হেৰি! মোৰ কামটো হ'লনে? ৰক্ষা তেওঁ, মূৰতুলি চাইছে এই-বাৰ—নাই হোৱা। বুজিছে, আপুনি অলপ দেৰীকৈ, মানে ধৰক আধা ঘন্টামান পিচত আহিব। হৈ যাব, চিন্তা নকৰিব। হৈ য়াব। হ'লনে? এসসে! আপুনি অলপৰ কাৰণে মিচ্ কৰিলে, বুইছে? চাহাব নাই। দিল্লীলৈ গ'ল। যিবা কনফাৰেন্স আছে হেনো। আপুনি এসপ্তাহ মান পিচত খবৰ কৰিব। বোধহয় এনে এটা দৃশ্য চলি আছে অফিচত। কাৰণ, আগন্তুকৰ চকু-মুখত বিৰক্তি। হ'ল বুলি কিমান পেদেল মাৰিব আৰু সদায় সদায়—একেটা অফিচ, একেটা ধান্দা। আমনি লাগি গৈছে। ৰাতিপুৱাতে ওলাই আহিছে শুদা ভাত আৰু আলু সিদ্ধ খাই। এতিয়া আকৌ উভতি যাবলগা হৈছে। শুদা মুখ আৰু স্বতঃসিদ্ধ বেদনা লৈ। ইফালে শ্ৰীমানৰ অবিৰাম সংগ্ৰাম লাইফ আৰু ফাইলৰ লগত। কোনটো ডাঙৰ কৰিব, কোনটো সৰু কৰিব। এতেকে মাজে মাজে অলপ-অচৰপ এইবোৰ নকৰি উপায় নাই। এইবোৰ মানে? যেনে ধৰক, অলপ আলাপ, অলপ বিলাপ। মিচ্ টাইপিষ্টৰ ঘৰুৱা খবৰ। সেই খবৰৰ গাত ভেঁজাদি থকা আৰু অন্যান্য খবৰ। মাজতে ওলাইহি এই আপদবোৰ। গতিকে শং উঠিবৰ কথাই। পিছে, থংবোৰতো আৰু যেনেকৈ তেনেকৈ প্ৰকাশ কৰিব নোৱাৰি। গতিকে শ্ৰীমানে আগন্তুকক অলপ আওকাণ কৰিছে।

ঠাইখিনি বেয়া নহয়। কাষতে অফিচটো, বিশেষ হাল্লা নাই। অফিচৰ খিৰিকীখনৰ কাষেদি গছ এডাল উঠিছে। অমৰা গছ। গছডালৰ জোপোহাডাল এটা দেৱালখনৰ ওপৰতে হালি আছে। পাতবোৰে বতাহত দুলি আছে। দেৱালতো ছাঁ পৰিছে। জিৰ্-



জিৰ্ বতাহৰ বা লাগিছে তাৰ গাত। তাৰ গাটো অবশ লাগি আহিব ধৰিছে। চকুদুটা মুদখাই আহিছে। গতিকে নেজডাল পকাই সি দেৱালৰ ওপৰতে গছৰ ছাঁত শুই পৰিল।

অফিচত হাল্লা নাই। কিন্তু হাঁহি আছে, কথা আছে। সৰু সৰু হাঁহি আৰু সৰু সৰু কথা। মিছ টাইপিষ্টে হাঁহিৰ সুফৰা মেলিছে, কথাৰ হাতনিপেৰা খুলিছে। তাৰ শব্দ আহি তাৰ কাণত পৰিছে। টাইপৰ স্পীড্ নাই কিন্তু মুখৰ স্পীড্ প্ৰাই চুপাৰ চনিক্। কোনে জানো দেখিলে? অ' মিঃ একাউন্টেন্টে দেখিলে। মিচে টাইপত হাতদি গান গাই আছে—'সাৰে গামাপা-পা-পা', সেয়েহে এই হাঁহিৰ ফোৱাৰা। বৈছে শ্ৰীমানৰ টেবুলত। চাহাব নাই। গতিকে, বহুদিন কাঠ-বাঁহ-জাপি থোৱা কেঞাবনবোৰ হঠাৎ মুকলি কৰি দিলে যেনেকৈ মূৰ ডাঙিউঠে, তেনেকৈ ধীৰে ধী'ৰ প্ৰায় সকলোবোৰ তলমূৰ এতিয়া ওপৰমূৰ হব ধৰিছে। মুখৰ মাতনথকা মানুহৰ মুখত মাত ওলাইছে, মুখত কথা নথকা মানুহৰ মুখত গান ওলাইছে। গহীন মুখবোৰে হাঁহিছে। কথা পাতি ঢেক্-ঢেক্কৈ হাঁহিছে। তৰ্জনী আঙুলিত ছাবিৰ ৰিং ঘূৰাই ঘূৰাই ষ্টোৰৰ মিচে কথা পাতিছে। কথাৰ মচতে কেতিয়াবা আঙুলিৰ পৰা ৰিং ওলাই দূৰত চিটিকি পৰিছে। লগে লগে বুকুৰ আঁচল উফৰি পৰিছে। বেলিৰ পোহৰত জলমলাই উঠিছে সুদৃশ্য লেণ্ডক্সেপ। মিচৰ দৃষ্টি ছাবিত। দৰ্শক-মণ্ডলীৰ দৃষ্টি ছবিত। পৃথিৱী যেন থমকি ৰৈছে। সময় যেন স্তব্ধ হৈছে। ফাইলৰ চেপত চেপেটা লাগি থকা পৰুৱা এটা হাতভৰি টঙাই বাহিৰ ওলাই আহিছে। দীৰ্ঘদিনৰ নিদ্ৰা কিংবা স্থবিৰতাৰ নিহালি এৰি সি বাহিৰ ওলাই আহিছে। ফাইলৰ ভেকুৰা গোন্ধৰ পৰিবৰ্তে মুকলি বতাহ, মুকলি গোন্ধ লাগিছে তাৰ নাকত। বহু যুগ ধৰি অৱৰুদ্ধ হৈথকা ঝৰ্ণা এটাই প্ৰস্তৰৰ প্ৰাচীৰ ভেদি বৈ অহাৰ আৱাজ তাৰ কাণত পৰিছে।

ইস্ ইস্ সর্ব্বনাশ হ'ল যেন পাইছোঁ। ছিঃ স্টোৰৰ মিছে পানী খাইছে ফিল্টাৰৰ পৰা। খাই গিলাচৰ শেষ পানীখিনি মুখত ভৰাই খিৰিকীৰে বাহিৰলৈ মাৰি পঠিয়ালে।—পুপ্-ফুকৎ। পানী আহি তাৰ গা তিয়াই দিলে। ছিঃ- সি একেজাপে দেৱালৰ পৰা নামি পৰিল মাটিত।

মাটিত নামি ইয়াত আৰু বৈ থকাৰ কোনো মানে নাই। আৰু বা কি আছে? হয়তো তামোলৰ পিক্, হয়তো চিগাৰেটৰ টুকুৰা, আৰু কি ঠিক কি দ্ৰব্য আহি তাৰ গাত পৰে।

লাহে লাহে সি খোজ পেলালে। ধোঁৱাৰ গোবৰ আৰু পঁচা বাঁহ-বন-খেঁৰৰ মাজে মাজে সি খোজ পেলালে। এলদা গোবৰৰ সৈতে এটা গুবৰুৱাই যুদ্ধ কৰিব লাগিছে। একোবাৰ গোবৰৰ লদাটো সি প্ৰায় বগৰাই দিব খোজে। কিন্তু পিচ মুহূৰ্ত্ততে সিহে বৰ শোচনীয়ভাৱে বাগৰি পৰে। এবাৰ নহয় দুবাৰ নহয় বহুবাৰ। বহুবাৰ চলিল সেই যুদ্ধ। সি জাপমাৰি সেই যুদ্ধখন পাৰ হৈ আহিল। অলপ দূৰত এখন হোটেল নে ৰেষ্টোৰাঁ কিবা তাৰ চকুত পৰিল। কামকৰা ল'ৰা দুটাই বাহিৰত আহি ৰঙা গামোচাৰে গাৰ ঘাম মচিব ধৰিছে। ঘাম মচি মচি দুয়ো কিবা কথা আলোচনা কৰিব ধৰিছে। গভীৰভাৱে। নেপথ্যত মেনেজাৰৰ গালি—কুত্তাৰ বাচ্ছাহঁত, খাবলৈ নেপাই মৰিছিলি, ইয়াত খাবলৈ পাইছ আৰামত; পাই তেলৰ গৰম বাঢ়ি গৈছে নহয়? থিয়দি থাকিবলৈ গাত শক্তি নাছিল, এতিয়া বুজিব পৰা হৈছে! কেবল খাবি আৰু যুঁজিবি। কাম-কাজ নাই। কাষ্টমাৰ আহি গুছি গ'ল, গম আছে? কোবত পিঠি ফালি দিম এতিয়া! অই চাওঁ, বেঁত এডাল লৈ আহ। কোবত ঠিক বনাই দিওঁ ইহঁতক। ইত্যাদি। তাৰ পাচত ফোপাই-জোপাই মেনেজাৰ চকীখনত ধপকৈ বহি গ'ল। খঙত মানুহজন ৰঙাপৰি গৈছে। বোধহয় প্ৰেছাৰৰ দোষো আছে। কাৰণ, মানুহজনৰ গাৰ থকৃথক্ কঁপনি বহু সময়লৈ থাকিল। 'মৰুদ্যান' হোটেলৰ দৃশ্যটোৱে



তাক আকৰ্ষণ কৰিলে। সি গৈ ভাত-দাইল-তৰকাৰী পেলোৱা নলা-টোৰ কাষত থিয় হ'লগৈ। এইবাৰ মেনেজাৰৰ ঠাণ্ডা মেজাজ ঠাণ্ডা পৰিল হবলা। হোটেলৰ গ্ৰাহক কেইজনমানক উদ্দেশ্য কৰি তেওঁ কবলৈ ধৰিছে-- বুইছে, মই বৰ ঠাণ্ডা মানুহ। এলা-পেচা কথাত মোৰ খং মুঠে। কিন্তু ইহঁতক চাওক, ইহঁতক মই নিজৰ ল'ৰাৰ দৰে খুৱাইছোঁ। মৰম কৰিছোঁ। তত্ৰাচ, ইহঁতে কাম নকৰে। কেবল গাজা পিটিব, আপোনাৰ উল্টো ৰথ চাব, বাটৰ মানুহ জোকাব—এই ৰকম কাৰবাৰ ইহঁতৰ। ইফালে কাষ্টমাৰ ফিৰি যায়। মই কৈ দিছোঁ,—বুইছে, কাম কৰিবি, খাবি। যাঃ য'তে মৰ মৰিবি। ভাল হবলৈ কলে বেয়া পায়!

নলাৰ মুখতে এটা কাৰৈ মাছৰ মূৰ পৰি আছে। সি চুপ্চাপ আগবাঢ়ি গৈ সেইটো মুখত ভৰালে। তাৰ পিচত আঁতৰি আহি এটা পানীৰ ড্ৰামৰ কাষত বহি ললে। বহিলৈ মূৰটো কটপ্-কটপ্কৈ চোবাবলৈ ধৰিলে। এটা ফুৰ্ফুৰীয়া মন মতলীয়া কৰা পাতল গোন্ধে মুহূৰ্ত্তৰ ভিতৰতে তাক আবৰি ধৰিলেহি। সিও মুহূৰ্ত্তৰ বাবেহে। তাৰ পিচত আকৌ সেই গেলা গোন্ধ; গেলা গৰম। ৰাস্তাৰে বৈ যোৱা জনস্ৰোত ক্ৰমাৎ সেৰেঙা পৰি আহিছে। অবশ্যে গাড়ী-ধোঁৱা পূৰ্ব্ববৎ চলিয়েই আছে। মাজতে এবাৰ এখন ৰিক্সা পাৰহৈ গ'ল। ৰিক্সাত মিচ্ আৰু মিষ্টাৰ এহাল। বোধহয় চিনেমা-টিনেমা কিবাৰ প্ৰগ্ৰেম আছে। ৰিক্সাৱালাটোৱে শৰীৰৰ সৰ্ব্বশক্তি প্ৰয়োগ কৰি টানিবলৈ যত্ন কৰিছে। ঘামত তাৰ গা তিতি জুৰুলি-জুপৰি হৈছে। চকুদুটা ৰঙা পৰিছে। ক'লা ফুল দুটা ৰ'দত চিক্মিক্কৈ জিলিকি উঠিছে। পেদেলৰ পৰা ভৰি পিছলি পিছলি আহিছে। টেলিগ্ৰাফ পোষ্টত উঠি কাম কৰি থকা মানুহটোৰ হাতৰ পৰা ৰেন্স এপাত মাটিত পৰিল। সেইপাত তুলিবলৈ লৰালৰিকৈ নামি আহি সি আকৌ ওপৰত উঠিল। তাৰ কাম শেষ হোৱা নাই। লাইন চলি আছে। ভয়ো লাগে। তথাপি কাম

কৰিবই লাগিব। আৰু, কামো ঠিক এনে ধৰণৰ কাম হে; হাতুৰী-বটালীৰ কাম। ঈশ্বৰে যেন জন্মতে তাৰ হাতত দুপাত হাতুৰী-বটালী দি পঠাইছে। দি কৈছে—যা, এই দুপাত লৈ যা। কোবাবি আৰু খাবি। কোবাইছে। আধ বছৰ বয়সৰ পৰা সি এই ধৰণৰ কামত নামিছে। কিন্তু খাবলৈ পোৱা নাই। সি চকুমেলি দেখিছে, সংসাৰত এমুঠা খাবলৈ হ'লে অকল কাম কৰিলেই নহয়, কামৰ লগতে আৰু অন্যান্য বৃত্তি-প্ৰবৃত্তিও অৰ্জ্জন কৰিব লাগিব। ইফালে বজাৰত বয়-বস্তুৰ দাম বৃদ্ধি পাইছে। চবৰে দাম কৰিছে। দাম বঢ়া নাই কেৱল মানুহৰ জীৱনৰ। জীৱনৰ মূল্য দ্ৰুত গতিত হ্ৰাস পাই আহিছে।

এবাৰ কেৰাহিকৈ সি দূৰত থকা দেৱালখনলৈ চাই পঠিয়ালে। দেৱালখনৰ সেই নিৰিবিলি ঠাইখিনি তাৰ চকুত পৰিল। সেই এখন ঠাই য'ত ছাঁ আছে, বতাহ আছে, অৰ্থাৎ, য'ত জিৰণি আছে। সেইখন ঠাইৰ স্মৃতিয়ে যেন তাৰ সমগ্ৰ দেহ-মন আচ্ছন্ন কৰি ৰাখিছে। সেইখন সি এৰি আহিল। এতিয়া আকৌ উভতি যাবও নোৱাৰে। অফিচ ছুটী হোৱা নাই; কিন্তু ছুটীৰ পূৰ্ব্বাভাস দেখা গৈছে। অৰ্থাৎ শাড়ীৰ চ্‌চট্‌, ছাবি-থাকৰ ঠন্‌ঠন্‌, কাঁহ-গলহেকাৰি ইত্যাদি। অন্যকথাত, এখন চিনেমাৰ প্ৰায় শেষ দৃশ্য। গতিকে দুৱাৰৰ স্কীণ টনা-টনি চলিছে। ৰঙা লাইট জ্বলিছে। মিষ্টাৰে মিচেছৰ অনুসন্ধান কৰিছে, মিচেছে গাৰ কাপোৰ-কানিৰ অনুসন্ধান কৰিছে; যথাস্থানত আছে নে নাই।

আছে। তাৰ চকুৰ আগতে ফুট-পাথটো যথাস্থানত পৰি আছে। গতিকে প্ৰায় দৌৰি আহি সি ফুট-পাথত ভৰি দিলে। লাহে লাহে আগুৱাবলৈ ধৰিলে স্বচ্ছন্দে, নিঃশব্দে। এখন দাপোনৰ বুকুৰে যেন এধাৰি লোতক বৈ গৈছে।

অলপ দূৰৈত এটা হুলস্থুল আৰম্ভ হৈছে। এটা বেমাৰীয়ে এখন দোকানৰ পৰা দুই পইচাৰ কল কিনিব খুজিছে। দোকানীয়ে



দিয়া নাই। সি বাৰে বাৰে পইচাটো দোকানীৰ আগত থৈছে। দোকানীয়ে বাৰে বাৰে ৰাস্তালৈ দলিয়াই দিছে। পইচাও নেলাগে, কলো নিদিয়ে। লেতেৰা বেমাৰী। সি দোকানৰ আগত থিয়দি থাকিলে দোকানলৈ কোনো গ্ৰাহক নাহে। দোকানীৰ উদ্দেশ্য তাক খেদা। সি যোৱা নাই। তাক কল লাগেই। কান্দি কান্দি সি কবলৈ ধৰিছে—"দিয়ক দাদা দিয়ক।" আজিৰ পৰা পাঁচ দিন একো খোৱা নাই। চক্ৰবৰ্ত্তী বাবুৱে দয়া কৰি এই পইচাটো দিছে। আজি সেই পইচাটোকে আপোনাক দিছোঁ। পইচাটো লওক দাদা লওক। বস্তু বিক্ৰী কৰিবৰ বাবেইতো আপুনি দোকান দিছে। গতিকে।"

ধুৰ চালা। ভাগ ইয়াৰ পৰা। দোকানীটোৰ এক ধমকত সি আঁতৰি আহি ৰাস্তাত উঠিল। লগে লগে ক'ৰ পৰা এপাল ল'ৰা-ছোৱালী ওলালহি। ঠিক যেন এদল সশস্ত্ৰ সৈন্য। সিহঁতৰ হাতে হাতে শিলগুটি আৰু লগত দুটা কুকুৰ। সৈন্যবাহিনী দেখি বেমাৰীটোৰ তালুৰ আগেদি জীউ গ'ল। ল'ৰা-ছোৱালীবোৰে তাক উদ্দেশ্য কৰি প্ৰথমে দুটামান শিলগুটি দলিয়ালে। লাহে লাহে চিঞৰিলে। তাৰ পিচত আৰু চিঞৰিলে। ইফালে সিফালে দৌৰিলে। হুলস্থুল, হৈ হাল্লা। মুহূৰ্ত্ততে ৰাস্তাৰ দুয়ো দাঁতিত মানুহ ঠাইঁ খাই পৰিল। লগে লগে বেমাৰীটোৰ গাত ধাৰাষাৰ বৰষুণ পৰাদি শিলগুটি পৰিবলৈ ধৰিলে। সি নিৰুপায় হৈ ৰাস্তাৰ সোঁমাজতে বাগৰি পৰিল। বাগৰি পৰি হাত-ভৰি জোকাৰি কান্দি কান্দি সি মানুহবোৰক কবলৈ ধৰিলে—"চাওক, চাওক। মোক নেমাৰিব। মোক ডাক্তৰে কৈছে, মই ভাল হম। আৰু দুইমাহৰ ভিতৰত মই ভাল হৈ যাম। ভাল হৈ মই ঘৰলৈ যাম। ঘৰত মোৰ কোন আছে জানে? বাইদেউ। আইঐ, মৰিলোঁ মৰিলোঁ। জানে? বাইদেউ। মোৰ ঘৰত কোন কোন আছে? চব আছে। চব। আৰু দুমাহ পিচত যেতিয়া মই ঘৰলৈ যাম, তেতিয়া, আ—আ—

আইও, ইছ্-উছ্।" কুকুৰ দুটা আহি তাৰ ওপৰত জপিয়াই পৰিল। লগে লগে শিলগুটি। মানুহবোৰে হাঁহিবলৈ ধৰিলে। হাঁহি হাঁহি এখন ঠিয়েটাৰৰ এটা দৃশ্য চাইথকাৰ দৰে বিৰ্‌বিৰ্‌কৈ কিবা আলোচনা কৰিবলৈ ধৰিলে। হাঁহি যেতিয়া শেষ হ'ল, আলোচনা যেতিয়া শেষ হ'ল তেতিয়া মানুহবোৰৰ চকুৰ আগত ভাহি উঠিল অন্য এটা বিভৎসতম দৃশ্য। কুকুৰ দুটাই কামুৰি কামুৰি বেমাৰী-টোক প্ৰায় ছিন্ন-বিচ্ছিন্ন কৰি পেলাইছে। এডোঙা তেজৰ মাত তুমবলি হৈ সি পৰি আছে। গাত কোনো সাৰ-সিকতি নাই। গাৰ পৰা ছ-হাতমান দূৰত দহ পইচাটো পৰি আছে। পইচাটো ৰ'দত চিক্‌মিককৈ জিলিকি আছে।

ফুট-পাথেৰে আগুৱাই সেইখিনি পাৰ হওঁতে তাৰ বহুদেৰী লাগিল। কাষতে এখন কাপোৰৰ দোকান। দোকানৰ গাতে লগকৈ এটা চিলাই মেচিন লৈ বহি আছে এজন দৰ্জী। দৰ্জীয়ে এটা ব্লাউজ চিলাই কৰি উলিয়াইছে। এজনী নেপালী মাইকীয়ে মেচিন-টোৰ আগত থিয়দি ব্লাউজটো পিন্ধি চাবলৈ যত্ন কৰিছে। পুনৰ সোলোকাওতে তাই বিশেষ কষ্ট নহ'ল। কিন্তু নতুনটো পিন্ধোতেহে তাই প্ৰায় বিশ মিনিট মান যুঁজিব লগা হ'ল। যুঁজি থাকোতে দৰ্জীটোৱে এবাৰ ক'লে—"তুমি আগতকৈ শকত হৈছা।" নেপালীজনীয়ে লাজ-লাজকৈ হাঁহি কথাখিনি হজম কৰিলে। তাই একো নেমাতিলে অৰ্থাৎ কিবাকিবি বহুত কাৰণত তাই যোৱা দুসপ্তাহমানৰ ভিতৰতে বেছ শকত হৈ যাব ল'গা হৈছে। উপায় নাই। যুঁজি যুঁজি শেষত তাই ব্লাউজটো পিন্ধি ললে। লগে লগে তাইৰ বুকুখন কিহবাই হেঁচা মাৰি ধৰা যেন লাগিল। টান হৈছে। দোকানীটোৱে হাঁহিলে। তাই নেহাঁহিলে। তাৰ পৰিবৰ্ত্তে তাইৰ মুখখন টিক্‌-টিককৈ ৰঙা পৰি উঠিল। বুকু আৰু পিঠিৰ বিভিন্ন স্থানত আঙুলিৰে টিপি তাই দৰ্জীটোক বুজাবলৈ ধৰিলে, কোনখিনি টান হৈছে, কোনখিনি ঢিলা হৈছে, কোনখিনি ঠিক হৈছে দৰ্জীটোৱে একান্ত মনে তাইৰ প্ৰায় গাৰ লগত



মিলি থকা ৰঙা ব্লাউজটোলৈ চাই থাকিল। ৰাস্তাৰে পাৰ হৈযোৱা এখন চিটীবাছৰ খিৰিকীত ভেজা দি থকা কেইজোৰমান ক'লা চশমায়ো বিজুলী সঞ্চাৰে দৃশ্যটো এবাৰ চাই গ'ল।

দৃশ্যটো সিও দেখিলে। দুটুকুৰা তেজাল ৰৌমাছ আঁৰি থোৱাৰ দৰে ৰঙা ব্লাউজটোৰ মাজেৰে তাইৰ বুকুৰ মঙহখিনি ওলমি আছে। সি এবাৰ কোৱাৰি দুটা চেলেকি ললে। তাৰ পিচত মিয়াউ মিয়াউকৈ চিঞৰি সুৰ-সুৰীয়া ৰাস্তাৰে নামি গ'ল।

## কাঁচ-ঘৰ

যোৱাৰাতিৰ ঘটনা। অফিচৰ ৱাল ক্লকত দুই বজাৰ কোব পৰিছিল তেতিয়া। শেষৰ কোবটো মাৰ নৌযাওঁতেই ঠনককৈ ক'ৰবাত শব্দ এটা হ'ল। সি নাইট ডিউটিত আছিল। যদিও চিলমিলকৈ তাৰ টোপনি আহিছিল। বাৰান্দাৰ বেঞ্চখনতে সি দীঘল দি শুবৰ আয়োজন কৰিছিল। শব্দটো শুনি সঁচাকৈয়ে সি থকমককৈ সাৰ পাই গ'ল। বেঞ্চখনত বহি নিস্তব্ধ হৈ শব্দটোৰ উমান লবলৈ সি চেষ্টা কৰিলে। ক'তো কাৰো সাৰসুৰ নাই। বাহিৰত টপটপকৈ নিয়ৰ সৰিছে। বুকুৰ মাজেদি সৰকি যোৱা এটা দীঘল হুমুনিয়াহৰ দৰে ওখ সৰলগছ কেইজোপাৰ মাজেদি পাৰ হৈ গৈছে এছাটি গধুৰ বতাহ। মাজতে এবাৰ বতাহছাটি তাৰ কাষলৈও আহিল। বাৰান্দাখনত দুবাৰমান ঘূৰি আকৌ ওলাই গ'ল। কেৱল বতাহ আৰু নিয়ৰৰ শব্দ। তাৰ বাহিৰে আৰু কোনো শব্দৰ উমান সি নাপালে। মূৰে-গায়ে কম্বলখন লৈ সি আকৌ বেঞ্চখনত শুই পৰিল। এটা যেন শুঙাল বিছা বগাই ফুৰিছে তাৰ গাৰ কাপোৰৰ মাজে মাজে। সঁচা, এটা যেন বেয়া দিন আহিব লাগিছে তাৰ জীৱনলৈ, তাৰ দৰে আটাইবোৰ মানুহৰ জীৱনলৈ। বাৰান্দাত পৰি থকা শিলগুটি আৰু আয়নাৰ টুকুৰাই যেন সিহঁতৰ মাজলৈ সেই দিনৰ আগজাননী কঢ়িয়াই আনিছে।

ৰাতিপুৱা সি স্পষ্টকৈ দেখা পালে খিৰিকীৰ একেবাৰে তলৰ আয়না এখন ভাগিছে। চিৰিলা-চিৰিলিকৈ ফাটিছে, পাঁচ পইচাটোৰ মান ডাঙৰ এটা কাঁচৰ টুকুৰা আহি বাৰান্দাত চিটিকি পৰিছে। কাঁচ টুকুৰাৰ কাষতে পৰি আছে এটা সৰু শিলগুটি। শিলগুটিটো এবাৰ হাতত লৈ সি ঘূৰাই-পকাই চালে। ৰাস্তাৰ শিলগুটি। হঠাতে সেইটো সি আকৌ ৰাস্তালৈকে দলিয়াই দিলে।



বাৰান্দাত পৰি থকা কাঁচডোখৰ বেলিৰ পোহৰত চিক্‌মিকাই উঠিছে। সেই পোহৰৰ চিক্‌মিকনি মাজে মাজে তাৰ চকুতো পৰিছে। হঠাতে এবাৰ আকৌ তাৰ চকু থিৰ হৈ গৈছে খিৰিকীৰ ভগা আয়নাখনত। লগে লগে সি মানুহটো ভিতৰি ভিতৰি জিকাৰ খাই উঠিছে। কি হ'ল? আজি ইমান বছৰে এই অফিচত সি ডিউটি কৰি আহিছে, কোনোদিন এনে হোৱা নাছিল। হঠাৎ আজি এয়া কি হ'ল।

শিলঙৰ বতৰ। বেছি সময় ৰ'দ নেথাকে। আকাশত আকৌ মেঘ জমিল। আকৌ বতাহ বলিল। চেঁচা বতাহ।

ৰ' লাগি সি চাই ৰ'ল ভগা কাঁচডোখৰৰ ফালে। সেইডোখৰ এবাৰ চিক্‌মিকাই উঠিছে, এবাৰ নিষ্প্ৰভ হৈ পৰিছে। লগে লগে তাৰ মনতো উঠা-নমা কৰিছে নানা চিন্তাৰ ঢৌ। এটা যেন অদ্ভুত আচহুৱা গোন্ধ আহি তাৰ নাকত লাগিছে। এঠাইত বজ্ৰপাত পৰাৰ আগমুহূৰ্ত্তত যেনেকুৱা এটা গোন্ধ ওলাই ঠিক যেন তেনেকুৱা এটা গোন্ধ তাৰ নাকত লাগিছেহি। ক্ষন্তেক পিছতে বজ্ৰপাত হ'ব। ঘৰ-বাৰী, গছ-বিৰিখ পুৰি ছাই হৈ যাব। তাৰ সংসাৰ নিশ্চিহ্ন হৈ যাব। তাৰ পত্নী, দুটি ল'ৰা-ছোৱালী আৰু বৃদ্ধা মাকৰ সংসাৰখন ভস্মীভূত হৈ যাব। অসহ্য। সি যেন আৰু কল্পনা কৰিবলৈকে টান পালে।

ভগা কাঁচডোখৰ বুটলি লৈ সি কাষৰ নলাটোত পেলাই দিলে। লগে লগে সি এটা মৃদু শিহৰণ অনুভৱ কৰিলে গাত।

দিনত তাৰ ডিউটি নাই। গতিকে সি ঘৰলৈ উভতিল। অইন দিনা সি অফিচৰ পৰা গৈয়েই খাই-বৈ এঘুমটি মাৰি লয়। তাৰ পিচত মাকৰ সৈতে বজাৰলৈ যায়। পুলিচ বজাৰত তাৰ এখন সৰু পাচলিৰ দোকান আছে। মাকৰ সৈতে সি দোকানতে কটায় দিনটো।

হঠাৎ তাৰ কাষেদি দুখন লৰী পাৰ হৈ গ'ল। দুয়োখন লৰীত ঠাহ খাই মানুহ গৈছে। ল'ৰা-ছোৱালী, পুৰুষ-মহিলা। মানুহবোৰ

আনন্দত উত্ৰাৱলহৈ নাচি জপিয়াই তাৰ কালে চাই তাক যেন উপলুঙা কৰিহে গৈছে। সি ভৈয়ামৰ মানুহ যদিও থাচী ভাষা সি বুজি পায়, কিন্তু আজি যেন সিহঁতৰ ভাষা তাৰবাবে দুৰ্বোধ্য হৈ পৰিছে। সিহঁত চিঞৰি চিঞৰি কিবা কৈ গৈছে। বোধহয় কিবা শ্লʼগান। সি কিন্তু একো বুজিব পৰা নাই। সিহঁতৰ আনন্দ-উল্লাস আৰু শ্লʼগানতকৈ বৰং গাড়ী দুখনৰ গহীন, দুৰন্ত আৱাজৰ মৰ্ম্মহে যেন সি উপলব্ধি কৰিলে।

এটা সময়ত গাড়ী দুখন দূৰৈত হেৰাই পৰিল। চহৰ-নগৰ কিম্বা পথাৰ-সমাৰ পাৰহৈ অহা ব্যস্ত কোলাহল পূৰ্ণ এখন যাত্ৰীবাহী ৰেল যেন তাৰ কাষেদি গৈ দূৰৈত মিলি গʼল। কেৱল ৰেলখনৰ খচ্ খচ্ আৱাজ আৰু তীক্ষ্ণ, বিলম্বিত হুইচেলৰ ধ্বনিয়ে যন্ত্ৰণাৰ ভাৰ বহন কৰি আনিছে।

মানুহবোৰৰ কি হৈছে? এনেদৰে আনন্দত আত্মহাৰা হʼবলগীয়া কি বস্তু সিহঁতে পাইছে? নে কিবা উৎসৱ? কিবা খেল-ধেমালি? হʼব পাৰে। কিবা উৎসৱ অনুষ্ঠানো হʼব পাৰে। খেল-ধেমালিও হʼব পাৰে। এবাৰ হঠাতে তাৰ ভাব হʼল কিজানি জিলা পৰিষদৰ নিৰ্ব্বাচনৰেই কিবা আগন্তুক। কিন্তু, কʼতা! জিলা পৰিষদৰ নিৰ্ব্বাচন দেখোন যোৱা মাহতেই হৈ গʼল! গতিকে, সি একো ঠাৱৰ কৰিব নোৱাৰিলে।

আকৌ দুখন অন্য ধৰণৰ গাড়ী তাৰ কাষেদি পাৰহৈ গʼল। ঠাই থাই মানুহ গৈছে। চিঞৰ-বাখৰ, আনন্দ-উল্লাস। হুলস্থুল। সিহঁতৰ চকুত হাঁহি, মুখত শ্লʼগান। গাড়ীৰ পিচৰ আয়নাখন ৰʼদত চিক্‌মিকাই উঠিছে। হঠাৎ তাৰ মনত পৰিল অফিচৰ খিৰিকীৰ পৰা ভাঙি অহা আয়নাডোখৰৰ চিক্‌মিকনিলৈ। একেই পোহৰ, একেই চিক্‌মিকনি। তাৰ মনতো সেই একেই যন্ত্ৰনা-বোধ।

তাৰ ঘৰ ৰিচা কলনীত। এচটা প্ৰকাণ্ড শিলৰ ওপৰত নানান কায়দা কৰি বন্ধা এটা ঘৰ। খাচী বুঢ়া এজনৰ ঘৰ আছিল সেইটো।



সেই বুঢ়াৰ আশ্ৰয়তে সি ভৈয়ামৰ পৰা আহি চিলঙত উঠিছিল। বুঢ়া মৰিলত ঘৰটো তাৰেই হʼল। গাঁৱৰ পৰা মাককো সি লৈ আহিল। আহিয়েই মাকৰ আৰম্ভ হʼল কফ। দিনে-ৰাতিয়ে মাকে কাঁহি থাকে। মাকৰ প্ৰতিটো কাঁহেই যেন তাক বাৰে বাৰে চিঞৰি কʼলে—নোৱাৰো বোপাই, নোৱাৰোঁ। মোৰ দেহা আৰু পৰি আহিছে। তই নিজেই কিবা এটা সুবিধা কৰি ল।

অৰ্থাৎ, মাকৰ কাঁহটোৰ প্ৰসংগ-সংগতি দৰ্শাই ব্যাখ্যা কৰাৰ অন্তত এদিন সি কিবা এটা অনুমান কৰিলে। তাৰ পিছত বুজি পালে। লাহে লাহে অনুভৱ কৰিবলৈ ধৰিলে, উপলব্ধি কৰিবলৈ ধৰিলে। সময়মতে সি চাহ নাপায়। ভাত নাপায়। নাইট ডিউটি কৰি আহি কেইবাদিনো সি খালী পেটে শুই থাকিব লগাত পৰিল! মাকে ৰন্ধা-বঢ়া কৰিব নোৱাৰে। এনেদৰে আৰম্ভ হʼল ঘটনাটো। ঘটনাটোৱে এদিন সমস্যাৰ ৰূপ লʼলে।

এদিন সমস্যাটোৰ সমাধান হʼল।

তাৰ জীৱনৰ দীঘল আমনিদায়ক বাক্যটোৰ খালী ঠাইখিনি পূৰণ কৰিবলৈ এটা শব্দৰ আৱিৰ্ভাৱ হʼল। অকাই-পকাই, উৰাই-ঘূৰাই কৈ ভাল লগা, শুনি ভাল লগা, মাতি ভাল লগা এটা শব্দ। বানুমা। তাৰ দৰেই অফিচৰ ডিউটি কৰা এজনৰ ছোৱালী বানুমা। বানুমাই আহিয়েই তাৰ সৰু সংসাৰখনৰ আদব-কায়দা বদলাই দিলে। সময়মতে সি চাহ পায়, ভাত পায়। মাকেও দিন-ৰাতি একাকাৰ কৰি ডাঠ কম্বলৰ মাজত আৰাম কৰি গৰম মচলা দিয়া আঞ্জা খাবলৈ পালে। তেওঁৰ বুকুৰ সোঁমাজতে টৌখুটি মাৰি ইমান দিনে মজবুতকৈ বহি থকা কফটো এদিন ছেগ বুজি লাহেকৈ বুকুৰ পৰা নামি আহিল। মাকৰ গা-মন ফৰকাল হʼল। মুখত তামোলৰ সেলেঙি লগাই পুলিচ বজাৰৰ পাচলিৰ দোকানত বহি হাঁহি হাঁহি মানুহৰ লগত কথা কব পৰা হʼল। কথা কৈ হাঁহি হাঁহি বহা ঠাইতে বাগৰি পৰিব পৰা হʼল।

সময়ত বান্নুমাৰ কোলালৈ জুন্নু আৰু মিন্নু আহিল। আহিয়েই সিহঁতে আৰম্ভ কৰিলে উৎপাত। সিহঁতৰ উৎপাতত অতিষ্ঠ হৈ হাঁহি হাঁহি বান্নুমাৰ চকুপানী ওলাল।

এইবাৰ সি খোজ দিলে ৰিচা কলনীৰ ওখ-চাপৰ, অকোৰা-পকোৰা ৰাস্তাত। দৌৰাদৌৰিকৈ খোজ দি সি আগবাঢ়িবলৈ ধৰিলে। এটা ধূৰ্ত্ত বটা চৰাইৰদৰে এছাটি বতাহ ওচৰৰ জোপোহা বননিৰ পৰা হঠাতে ৰাস্তালৈ ওলাই আহিল। ক্ষন্তেকপৰ তাৰ গাৰ কাষে কাষে পাখি কোবাই চৰাইটো আকৌ বননিৰ মাজত লুকাই পৰিল। ওখ সৰল গছবোৰৰ মাজেদি সৰকি আহি দুই-এচটা পোহৰ ৰাস্তাত পৰিছে। শেঁতাপোহৰ পোহৰ নহয় যেন, কিছুমান ভগা কাঁচৰ টুকুৰাহে আহি ৰাস্তাত চিটিকি পৰিছে। কাঁচৰ টুকুৰাবোৰ গচকি পাৰহৈ যাওঁতে তাৰ বহুত পৰ লাগিল।

মাক বজাৰলৈ গৈছেই। ঘৰত বান্নুমা, জুন্নু আৰু মিন্নু। ঘৰৰ বাৰান্দাত তাৰ মৰমৰ কুকুৰ পেন্সি শুই আছে। পেন্সিৰ সমগ্ৰ মুখমণ্ডলত ফুটি উঠিছে আৰাম, বিৰাম আৰু আশ্ৰয়ৰ আভাস। তাক দেখি পেন্সিয়ে দুবাৰমান ভুকিলে। তাৰ পিচত আকৌ সি নিঃ-পালি দি শুই থাকিল।

সি বাৰান্দাত থিয় হোৱাৰ লগে লগে বান্নুমা ওলাই আহিল। কাষে কাষে জুন্নু আৰু মিন্নু। সিহঁত দুটাক দুই হাতে ধৰি সি ঘৰৰ ভিতৰ সোমাল। খাটিয়াখনত বহি লৈ সি বান্নুমাৰ মুখলৈ চালে। বান্নুমায়ো চালে তাৰ মুখলৈ। দুয়োৰো দৃষ্টিৰ মাজত যেন এক অভিনৱ ৰহস্য আৰু আতঙ্কৰ খেলা চলিছে। সি মানুহটো ভিতৰি ভিতৰি জিকাৰ খাই উঠিছে। বান্নুমায়ো যেন উপলব্ধি কৰিছে তাৰ মনৰ আতঙ্ক।

কি হ'ল, মনে মনে থাকিলা যে? বান্নুমাই সুধিলে। বৰ সাংঘাতিক ঘটনা এটা হ'ল বুজিছা?

কি নো হ'ল?



যোৱাৰাতিৰ ঘটনা বুজিছা। মোৰ চকুত অলপ টোপনি তেতিয়া। তেনেতে হঠাৎ ক'ৰবাত শব্দ এটা হ'ল। মই থকমককৈ সাৰ পাই গ'লো। সাৰ পাই ইফালে সিফালে চালো। কিন্তু আচৰিত! ক'তো একো যেন দেখা নেপালো। খুব ভয় লাগিল বুজিছা? পিচৰছোৱা নিশা আৰু মই শুব নোৱাৰিলো, ছিলঙৰ অৱস্থা এনেই বৰ ভাল নহয় আজিকালি। হাতত টৰ্চটো লৈ ইফালে সিফালে অফিচৰ চাৰিওকাষে ঘূৰি ঘূৰিয়েই ৰাতিটো কটাই দিলো। ৰাতিপুৱাহে গম পালো আচল ঘটনাটো। ৰাস্তাৰ পৰা শিলগুটি মাৰি কোনোবাই অফিচৰ খিৰিকীৰ আয়না এখন ভাঙিলে, বুজিছা? গোটেই ঘটনাটোৱে মোক ভয় খুৱাই দিছে। নাইট ডিউটি কৰিবলৈকে ভয় লগা হৈছে এতিয়া। কোনে কেতিয়া কাক কি কৰে, একো ঠিক নাই। খাচীসকলৰ জীৱনত নতুন প্ৰাণচাঞ্চল্য আৰম্ভ হৈছে।

বান্নুমাই তাৰ চকুলৈ ৰ লাগি চাই থাকিল। খন্তেক পিচত তাই সুধিলেঃ তেন্তে, কি হ'ব এতিয়া?

কি হ'ব আৰু? চাকুৰিতো কৰিবই লাগিব।

মই ভাবিছো, তুমি চাকৰিটো এৰি দিয়াই ভাল হব।

চাকৰিটো এৰি দি খাম কি?

কিয়, পুলিচ বজাৰৰ পাচলিৰ দোকানখনত ভালকৈ লাগিলেই নহবনে? অলপ কষ্ট হব। চলিব পাৰিম।

কিন্তু, তাতো যে শান্তিৰে থাকিব পাৰম সেই আশা মিছা, হয়তো এনে এটা দিন আহিব, যেতিয়া পুলিচ বজাৰতো হুলস্থূল লাগিব। নিমিষতে আহি কোনোবাই দোকান-পোহাৰ উৰাই দিব। তেতিয়া কি কৰিম? তাৰ চকুত অসহায় চাৱনি ফুটি উঠিল। বান্নুমাৰ চকুতো সেই একেই চাৱনি। তাই নিৰুত্তৰ।

সন্ধিয়া অফিচলৈ আহি সি এটা নতুন খবৰ পালে। ছিলঙৰ পৰা ৰাজধানী গুৱাহাটীলৈ স্থানান্তৰ কৰিবলৈ অসম চৰকাৰে অতি

খবতকীয়া ব্যৱস্থা গ্ৰহণ কৰিছে। সিহঁতৰ অফিচো সোনকালে গুৱাহাটীলৈ যাব। গুৱাহাটীৰ পৰা প্ৰায় এশমাইল মান দূৰৈৰ এখন ভিতৰুৱা গাৱঁত তাৰ পুৰণি ঘৰ আছিল। ঘৰৰ নামত গাৱঁত তাৰ সম্বন্ধীয় ভায়েক এজনহে আছে। তাংবৰলা। খেতি-বাতি নাই। পানী-দুনী এইবোৰেই কাৰবাৰ।

সি চিন্তাত পৰিল। গুৱাহাটীলৈ অফিচ যোৱা মানে সিও যোৱা। আৰু সি নোযোৱা মানেই তাৰ চাকৰিটো যোৱা। বানুমা, জুনু, মিনু, মাক আৰু চাকৰিসহ গুৱাহাটীলৈ গৈ সি থাকিব ক'ত? বানুমা-হঁতক অৱশ্যে দুদিনমান গাৱঁৰ ঘৰত থব পৰা যাব, কিন্তু ভায়েক-টোৰ ওপৰত তাৰ বিশ্বাস নাই। সেইবোৰ নিচাত থকা মানুহ। কেতিয়া কি অঘটন ঘটায় একো ঠিক নাই। দুদিনমান গাৱঁত থকাৰ পিছত বানুমাহঁতেও আহো আহো লগাব। ইফালে গুৱাহাটীত অকলে থাকিবলৈকে তাৰ বাবে ঠাই নাই। তেনেক্ষেত্ৰত বানুমাহঁতক সি কেনেকৈ, গুৱাহাটীলৈ আনিব? সাতে সোতৰে ভাবি-চিন্তি চাই এদিন সি অফিচৰ বৰবাবুক লগ ধৰিলে। লগধৰি কাতৰ প্ৰাৰ্থনা কৰিলে: আমাক বছাওক ছাৰ, আমি গুৱাহাটীলৈ যাব নোৱাৰো। আমাক ইয়াতেই কিবা এটা কৰি ৰাখক। ল'ৰা-তিৰোতাৰে সৈতে এনেদৰে জ্বলা জুইত জাহ দিবলৈ আমি কেনেকৈ গুৱাহাটীলৈ যাওঁ। ছাৰ, আমাক কিবা এটা কৰি ইয়াতেই ৰাখক। বৰবাবুৱে কিবা এটা কৰি তাক ছিলঙত ৰাখিবলৈ যত্ন কৰি চাম বুলি কলে। পিছে কলে কি হ'ব? তেৱোঁ ঢোলৰ মাজৰ কালীহে। বাজনা যিফালে যায় তেৱোঁ সিফালে যোৱাই নিয়ম। মূল অফিচটো গ'লে তেৱোঁ যাব লাগিব। নিজৰেই খৰকাছুতি হেৰাইছে। আনৰ কথা কেনেকৈ ভাবিব? অৰ্থাৎ, তাৰ অনুনয়-বিনয় সকলো বতাহত পমি গ'ল। এবাৰ ভাবিলে বানুমাহঁতক চিলঙতে এৰি থৈ গুৱাটীলৈ যাব। চাকৰি কৰিব। সময় সুবিধা হ'লে মাজে মাজে আহি সিহঁতৰ খবৰ লৈ যাব। কিন্তু কথাটো ভাবিবলৈ যিমান সহজ, কাৰ্য্যত



পৰিণত কৰিবলৈ সিমান টান। চমু কথাত, বানুমা, জুনু, মিনু আৰু মাকক ছিলঙত এৰি গৈ সি গুৱাহাটীত চাকৰি কৰিব নোৱাৰে। হ'ল নহ'ল হঠাত কিবা এটা হ'লেই, কোনে চাব সিহঁতক? ছিলঙত সমাজ বুলি বস্তু এটা নাই। কোনেও কালৈকো নেচায়।

কথাটো সি মাকৰ লগতো পৰামৰ্শ কৰি চালে। মাকৰো সেই একেই কথা। সিদিনাৰ ঘটনা এটাই মানুহজনীক বেয়াকৈ ভয় খুৱাই দিছে। ঘটনাটো আকৃতিত সৰু, কিন্তু প্ৰকৃতিত বিৰাট। দুজন মস্ত ডুটঙা খাচী যুৱকে সিদিনা হুৰমুৰকৈ তেওঁৰ দোকানলৈ সোমাই আহিছিল। আহিয়েই সিহঁতে কৈছিল: দুই কেজি স্কোৱাচ দে। তেওঁ স্কোৱাচ দুই কেজি জুখি সিহঁতক দিছিল। তাৰ পিচত কথা নাই বতৰা নাই গম গমকৈ সিহঁত ওলাই গ'ল। যাওঁতে সিহঁতে তেওঁৰ ফালে ৰঙা চকুৰে চাই কৈ গ'ল: খবৰদাৰ। পইচা নুখুজিব! খুজিলে খতম বনাই দিম। এইবুলি এজনে পকেটৰ পৰা ঘপকৈ চোকা ছুৰি এখন উলিয়াই তেওঁৰ গাৰফালে টোঁৱাই দিলে। ঘটনা দেখি বুঢ়ীৰ সেইফালেই আধ্যা পৰিল।

কাইলৈ অফিচ গুৱাহাটীলৈ যাব। এই অফিচত আজিয়েই তাৰ শেষদিন। আয়না ভগা খিৰিকীখনৰ কাষতে সি বহি আছে! আয়নাখন চিৰিলা-চিৰিলিকৈ আকৌ ফাটিছে। বোধহয়, আকৌ কোনোবাই শিলগুটি মাৰিছে। শংকা আৰু আতংকপূৰ্ণ এটা সময়ত যেন সি ৰৈ আছে। এটা অন্ধকাৰ, নিস্তব্ধ কোঠালিত পিয়পি দি দৌৰি ফুৰা এটা নিগনি পোৱালিৰ দৰে এছাটি বতাহ অফিচটোৰ বাৰান্দাত দৌৰি ফুৰিছে। কথাবোৰ ভাবি ভাবি তাৰ গাৰ নোম শিয়ৰি উঠিল। ক্ষন্তেক পিচতে এজাক বৰষুণ আহিল। ধাৰাসাৰ বৰষুণ। কেৰেচীয়াকৈ আহি বৰষুণৰ ডাঙৰ ডাঙৰ টোপালবোৰে অফিচৰ খিৰিকীত ধমধমকৈ আৱাজ কৰিবলৈ ধৰিলে। ভগা আয়না-খনেৰে সৰকি আহি দুই-এটা টোপাল তাৰ গাতো পৰিল। বৰষুণৰ টোপাল নহয়, যেন একো একোটা শিলগুটি। শিলগুটিবোৰ

ধাৰাসাৰে খিৰিকীৰ আয়নাত পৰিছে। তাৰ মনলৈ আহিল বানুমা, জুনু, মিনু আৰু বৃদ্ধা মাকৰ মুখচ্ছবি। সিহঁত আটাইবোৰেই যেন লগ লাগি এটা আয়নাৰ ঘৰৰ ভিতৰত সোমাই আছেহি। বাহিৰত বৰষুণ। শিল বৰষুণ। লগে লগে কোনোৱা দুৰ্বৃত্তৰ শিলগুটি। ধম্-ধম্ আৱাজ। খিৰিকীৰ আয়না ভাগিছে। চন-চনকৈ। ঠনৰ-ঠনৰকৈ। ভগা কাঁচৰ টুকুৰা আহি সিহঁতৰ গাত পৰিছে।



## সৰীসৃপ

প্ৰথমে পহুলিমুখ, তাৰ পিছত সমুখৰ ফুলনি, তাৰ পিছত বাৰান্দা আৰু দুৱাৰদলি পাৰ হৈ ঘৰৰ মজিয়াৰে অকাই-পকাই অতি সন্তৰ্পনে চুচৰি অহা এডাল দীঘল-পিছল ডাইল সাপৰ দৰে বিমানদত্তৰ জীৱন-লৈও এলানি সময় আহিব ধৰিছে। সাপডালৰ ভয়ংকৰ গতিবেগ বিমানৰ চকুত পৰিছে ; ধাঁহ-বন দেই-পুৰি নিয়া তাৰ বিষাক্ত ফোচ-ফোচনিৰ শব্দও তাৰ কাণত পৰিছে। অৰ্থাৎ এই যে এটা মাৰাত্মক কাল তাৰ ফালে ক্ৰমাৎ অগ্ৰসৰ হৈ আছে, এই কথা বিমানে মৰ্মে মৰ্মে উপলব্ধি কৰিছে। বিতত বিচূৰ্ত্তি হৈ কেতিয়াবা অকস্মাতে 'সাপ সাপ' বুলি চিঞৰি দিবলৈ বিমানৰ খুব মন যায়। কিন্তু, খুব মন গলেও বিমানে সাপ সাপ বুলি চিঞৰিব নোৱাৰে। চিঞৰিবলৈ মুখ মেলিলেই প্ৰথমে যিখন হাত আহি বিমানৰ মুখত পৰিবহি সেইখন হাত কুন্তলাৰ। কুন্তলা বিমানৰ স্ত্ৰী। প্ৰায় উধাতু থাই দৌৰি আহি নিজৰ হাতেৰে বিমানৰ মুখখন বন্ধ কৰি লৈ কুন্তলাই খং-অভিমান মিশ্ৰিত সুৰত কবলৈ আৰম্ভ কৰিব—ইচ ৰাম, ইমানকৈ চিঞৰিবলৈ তোমাক কিহে পাইছে ? সেইবোৰ জুপুৰী ঘৰত ত্ৰিশ-পয়ত্ৰিশ টকীয়া ঘৰ ভাৰাত লৈ তোমাৰ অফিচৰে ফ'ৰ্থ গ্ৰেডৰ মানুহ চাৰিজন আছে। সেই কথা তোমাৰ মনত নাই ? তোমাৰ মনত নাই, সিহঁতেই তোমাক ঘৰত, বাহিৰত, অফিচত সদায় চালাম-নমস্কাৰ দি থাকে ? এতিয়া সেইবোৰ মানুহৰ আগতে তুমি এইদৰে চিঞৰিবলৈ ওলাইছা ! ইচ্, ইচ্, তোমাৰ কি হৈছে বাৰু আজি ?

বিমানে হাত-ভৰি জোকাৰি বুজাবলৈ চেষ্টা কৰে—নাই নাই কুন্তলা, এতিয়া সেইবোৰ কথা অহা নাই। ফ'ৰ্থ গ্ৰেড চেকেণ্ড গ্ৰেডৰ কথা এতিয়া অহা নাই। এতিয়া যিটো কথা বৰ দৰ্কাৰী, বৰ জৰুৰী

হৈছে সেইটো হ'ল—এডাল সাপ। সাপডাল মাৰিব লাগে। সাপডাল মাৰিবলৈকে চিঞৰি মানুহ গোটাব লাগে।

কিন্তু, কুন্তলাই নুবুজে। কুন্তলাই বুজে—জংঘলৰ সাপ। মানুহে নোজোকালে ঘূৰি সি জংঘলতেই সোমাবগৈ। মানুহক একো নকৰে। সেইবাবে তাক বাট এৰি দিব লাগে। যাওক। কিন্তু তাকে নকৰি ইমানবোৰ মানুহ গোটাই হুলস্থূল কৰাৰ কি দৰ্কাৰ? একে কোবতে মৰিল যদিতো মৰিলেই, নমৰিলে কি হ'ব? সিতো কোব খাই আৰু একে ঠাইতে বৈ নেথাকে। লৰচৰ কৰিব। গতিকে হাতত লাঠি লৈ থকা মানুহবোৰেও লৰচৰ কৰিব। লৰচৰ কৰি সাপডাল হয়তো পছলিয়েদি সোমাই ফুলনিলৈ আহিব। মানুহবোৰো আহিব। ফুলনি পাৰ হৈ সি বাৰান্দাত উঠিব। মানুহবোৰো উঠিব। বাৰান্দাৰে বগাই এটা সময়ত সাপডাল—কি ঠিক সাউৎকৰে কুন্তলাৰ বেডৰুমলৈ সোমাই যাব। লগে লগে মানুহবোৰো সোমাই যাব। মানুহবোৰৰ লাঠিৰ কোবৰ পৰা আঁতৰি থাকিবলৈ বহুত কায়দা কৰি সি এটা মুহূৰ্ত্তত হয়তো অতৰ্কিতে কুন্তলাৰ বিছনাৰ কাপোৰৰ মাজতে লুকাই পৰিব। তাৰ মাজৰ পৰা সাপডাল বিচাৰি উলিয়াই তাক কোবাই মাৰে মানে কুন্তলাৰ বিছনাৰ কাপোৰ-কানি একেবাৰে লণ্ডভণ্ড হৈ পৰিব। এইবোৰ হবলৈ দিব নোৱাৰি। আৰু তোমাৰ ছুনীয়াৰ মানুহে আহি কুন্তলাৰ কাপোৰ-কানি তল-ওপৰ কৰক, এইকথা কেনেকৈ হ'ব? থোৱা থোৱা বুজিছা, চিঞৰিব নেলাগে। চিঞৰি চিঞৰি তোমাৰ অকিচৰ সৌ মানুহকেইটাৰ আগত লাজ-মান হেৰুৱাব নেলাগে।

অতএব, বিমান দত্ত ঠাণ্ডা হৈ থকাৰে কথা।

একোবাৰ বিমানে ভাবে, সাপডাল সি নিজে গৈ খেদি থৈ আহিব। কিন্তু ভাবিলেও বিমানে সাপডাল খেদি থৈ আহিব নোৱাৰে। সাপডাল খেদিবলৈ হাতত লাঠি লওঁতেই যিখন হাতে প্ৰথমে আহি লাঠিডালত থাপ মাৰি ধৰিব সেইখন হাত কুন্তলাৰ।



কুন্তলাই ক'ব—নেলাগে থোৱাচোন। সেইডালেনো তোমাৰ কি অনিষ্ট কৰিছে? হাবিৰ বস্তু ঘূৰি হাবিলৈকে যাব। নোজোকালে কাকো একো নকৰে। তাৰ পিছত ক্ৰমে আহিব পল্লব আৰু গীতা। মাকৰ সুৰতে সুৰ মিলাই সিহঁতেও ক'ব—নেলাগে থোৱাচোন, দেউতা। ইমান সুন্দৰ সাপ। তুমি চোৱাচোন, কেনেদৰে সি পিচলি পিচলি আহিব ধৰিছে, যেন এসোঁতা পানী বাগৰি আহিব লাগিছে। ইমান সুন্দৰ দেখি। তাৰ মূৰত এটা মণিও আছে, তুমি দেখিছানে দেউতা? ইমান উজ্জ্বল, ইমান ধুনীয়া এটা মণি সি মূৰত পিন্ধিছে। আহিব দিয়ানা দেউতা। সাপডাল এইফালে বাৰান্দাৰে এনেকৈ বগাই গুচি যাওক।

গতিকে মন গলেও বিমানে নিজে গৈ সাপডাল খেদি দিব নোৱাৰে। নাইবা, সাপডাল মাৰিবলৈ কাষৰ জুপৰিটোত থকা মানুহ চাৰিটাক চিঞৰি মাতিব নোৱাৰে। চিঞৰিলেই ইফালে কুন্তলাইয়ো চিঞৰিব। কুন্তলা বিমানৰ কলেজীয়া জীৱনৰ সপোন, বিশ্ববিদ্যালয়ৰ বাস্তৱ আৰু এতিয়াৰ শয়ন-গঞ্জন-ভোজনৰ একমাত্ৰ অংশীদাৰ।

দুপৰীয়া সময়। তাতে বন্ধৰ দিন। এটা অলস-অৱস অৱসাদেৰে বিমানৰ মন ভৰি পৰিছে। বাৰান্দাৰ আৰামী চকীখনত বহি বহিয়েই বিমানে এবাৰ খোলা খিৰিকীখনেৰে ঘৰৰ ভিতৰলৈ চাই পঠিয়ালে! সেইটো বিমানৰ শোৱনী কোঠা। কোঠাৰ বেৰত অসংখ্য ছবি। তাৰে ভিতৰত মাত্ৰ এখন ছবিয়ে হঠাৎ বিমানৰ মন-প্ৰাণ হৰি নিলে। বিশ্ববিদ্যালয়ৰ শেষ বছৰৰ ছবি। বিশ্ববিদ্যালয়ৰ ছাত্ৰ-সন্থাৰ সাধাৰণ সম্পাদক শ্ৰীবিমান দত্তৰ কাষত ইতি—আপোনাৰ একান্ত বাধ্য ছাত্ৰী—এই ভংগীত বহি আছে কুমাৰী কুন্তলা দেৱী। বিশ্ববিদ্যালয়ৰ কেন্টিন, লাইব্ৰেৰী সকলোতে বিমান-কুন্তলাৰ খবৰ। ইফালে বিমানৰো ব্যস্ততা। সি ভাবে, দেশৰ হেজাৰ হেজাৰ মানুহক তোকত আতুৰ কৰি ৰাখি এনেদৰে বিশ্ববিদ্যালয়ত উচ্চ শিক্ষাৰ ভেকোভাওনা পাতি

কি লাভ হ'ব ? সি জানে, দেশৰ দৰিদ্ৰ জনতাই আজি বিপ্লৱৰ স্বপ্ন দেখিছে। সেই বিপ্লৱৰ গুৰি বঠা বিমানেই ধৰিব। বিশ্ববিদ্যালয়ৰ চৌহদৰ পৰাই সি এই বিপ্লৱৰ গুৰি বঠা ধৰিব। এটা বামপন্থী ৰাজনৈতিক দলৰ সক্ৰিয় কৰ্ম্মী বিমানৰ চকুত বহুত সপোন। কলেজত থাকোতেও সি সম্পূৰ্ণ এবছৰ পলাতক হৈ আছিল। কিছুদিন আছিল আলিপুৰ দুৱাৰত আত্মগোপন কৰি। তেতিয়া বিমানৰ নাম আছিল কানাই গুপ্ত। আত্মগোপনৰ কালছোৱাত কানাই গুপ্তৰ একমাত্ৰ সাৰথি আছিল কুন্তলাৰ ঘন ঘন চিঠি। অবশ্যে বিমানৰ ৰাজনৈতিক কাৰ্য্যসূচীত কুন্তলাৰ তেনে কোনো বিশেষ বৰঙণি নাছিল। আছিল সহানুভূতি। অৰ্থাৎ, কন্তলাই নিজে জ্বলা জুইত হাত দিবলৈ নেযায়; কিন্তু কোনোবাই যদি জুইত হাত দি হাত পোৰে, সেইজনক তাই স্নেহেৰে পৰিচৰ্য্যা কৰিব পাৰে। তেনে এটা মন কুন্তলাৰ আছিল।

আলিপুৰদুৱাৰ, শিলিগুৰি, কলিকতা, বঙাইগাওঁ ঘূৰি আকৌ কলেজতে বিমানৰ প্ৰবেশ ঘটিল।

তাৰ পিছত বিশ্ববিদ্যালয়।

তাৰ পিছত আকৌ ছমাহ পলাতক।

তাৰ পিছত কুন্তলাৰ চিঠি। কুন্তলাৰ দেউতাক ৰায়বাহাদুৰ সদানন্দ মৌজাদাৰ। ৰায়বাহাদুৰ উপাধিটো কুন্তলাৰ দেউতাক উত্তৰাধিকাৰ সূত্ৰে পোৱা। চাৰিটা নাহৰফুটুকী বাঘ আৰু এটা স্বদেশী সত্যাগ্ৰহীক চাহাবৰ আগত চমজাই দিয়াৰ বাবদ কুন্তলাৰ ককাদেউতাকে এই খিতাপ পাইছিল।

তাৰ পিছত বিমানৰ দেউতাকৰ চিঠি। বিমানৰ দেউতাক ভোলা চৌধুৰী উচ্চ পদস্থ চৰকাৰী বিষয়া।

এই আটাইবোৰ চিঠিৰ মাজৰ পৰা আচল ভাবাৰ্থটো উলিয়াই লবলৈ বিমানৰ বেছি সময় নালাগে। এফালে তাৰ মাক-দেউতাক। আনফালে কুন্তলাৰ মাক-দেউতাক। মাজতে সি আৰু কুন্তলা। গতিকে, অত্ৰমিদং উপপাদ্যম্।



কালক্ৰমত ঘটনাটো ঘটিল। লগতে ঘটিল আৰু এটা ঘটনা। বিমানে এটা ভাল চাকৰি পালে। সি চাকৰি পোৱাৰ খবৰ শুনি আলিপুৰদুৱাৰত থকা তাৰ একালৰ বন্ধু শ্যামল সাহাই টেলিগ্ৰাম যোগে অভিনন্দন জনালে—এ লায়ন ইজ্ কেজড্। টেলিগ্ৰামৰ কাগজখন কুন্তলাই ফালি-ছিৰি ড্ৰেইনত পেলাই দিলে। সেইলৈ পূৰা চাৰিঘণ্টা বিমান আৰু কুন্তলাৰ তৰ্ক-বিতৰ্ক চলিল। বিয়াৰ পিছত এই প্ৰথমবাৰৰ বাবে কুন্তলাৰ মনৰ এটা স্পষ্ট পৰিবৰ্ত্তন বিমানে লক্ষ্য কৰিলে। স্পষ্টভাৱে কুন্তলাই তাক জনাই দিলে— এইবোৰ মানুহৰ লগত এতিয়া আৰু কোনো সম্পৰ্ক ৰাখিব নালাগে। বিমানে নিশ্চুপ হৈ ৰ'ল। এদিন কুন্তলাই বিমানৰ পুৰণি ডায়েৰীখন পুৰি পেলাওঁতেও সি কোনো প্ৰতিবাদ কৰিব নোৱাৰিলে। প্ৰতিবাদ কৰিলেই কুন্তলাই চিঞৰ-বাখৰ কৰি এনে এটা পৰিস্থিতিৰ সৃষ্টি কৰিব যাৰ ফলত তাৰ ঘৰলৈ ক্ৰমে এদিন অগা-পিছাকৈ যোৰহাটৰ পৰা ৰায়বাহাদুৰ সদানন্দ মৌজদাৰ আহিব, তেজপুৰৰ পৰা ভোলা চৌধুৰী আহিব, লগতে কুন্তলা আৰু বিমানৰ মাকো। আটায়ে আহি কুন্তলাৰ সুৰতে সুৰ-মিলাই বিমানক বুজাবলৈ আৰম্ভ কৰিব—বিয়া-বাৰুৰ পিছত এইবোৰ আৰু কি দৰ্কাৰ। এতিয়া ঘৰ-সংসাৰ চাব লাগে। মৌজাদাৰে লাচিত নগৰত নিজে এডোখৰ মাটি লৈ দিছে, তাত ঘৰ বনাব লাগে। খাই-লৈ সুখে-শান্তিৰে থাকিব লাগে— এইহে মতা মানুহৰ কাম। সেইবোৰ ল'ৰাকালৰ ধেমালি বাদ দিবৰ হ'ল। এতিয়া মানুহ হ'ব লাগে। সমাজত মানুহ বোলাই বংশ পৰিয়ালৰ নাম উজ্জ্বল কৰিব লাগে।

এইবোৰ কথা বিমানে বুজি নেপায়। কাষৰ ছবিখন পল্লৱৰ ? বিমান আৰু কুন্তলাৰ যুগ্ম-জীৱনৰ প্ৰথম সাক্ষী পল্লৱ। ছবিখন তাৰ ল'ৰালিকালৰে। এতিয়া সি বিশ্ববিদ্যালয়ৰ ছাত্ৰ। মাজে মাজে সি দেউতাক বিমান দত্তক জনায়—এইবোৰ অযথা হুলস্থূল তাৰ ভাল লগা নাই। কিবা এটা কৰিব লাগে। নতুন কিবা এটা, যুগান্তকাৰী

কিবা এটা কৰিব লাগে। তাৰ খুব মন যায়, মাজে মাজে এই একঘেয়েমি এৰি বিচিত্ৰ—অভিনৱ কিবা এটা কৰিবলৈ।

এইবোৰ কথা বিমান দত্তই বুজি পায়। পল্লৱৰ দৰে একে মানসিক যন্ত্ৰণা এদিন বিমানেও ভোগ কৰিছিল। তাৰ পিছত সেই যন্ত্ৰণাৰ কিদৰে উপশম হ'ল সেই কাহিনী আৰু যন্ত্ৰণাদায়ক। গতিকে, পল্লৱৰ উক্ত চিন্তাধাৰাৰ ওপৰত বিমানে বাৰম্বাৰ নিষেধাজ্ঞা জাৰী কৰিব লগা হৈছে। তাক বাৰে বাৰে সোঁৱৰাই দিয়া হৈছে, তই এইবোৰ চিন্তা কৰিব নেলাগে। এই ক্ষেত্ৰত মাক কুন্তলাৰ পৰাও সি কঢ়া নিৰ্দ্দেশ পাইছে।

তিন নম্বৰ ছবিখন গীতাৰ। তাই কলেজৰ তৃতীয় বাৰ্ষিকত পঢ়ে। গীতাৰ মুখলৈ চালেই বিমানৰ ছাতকৈ মনত পৰে তাহানিৰ কুন্তলাৰ মুখখনলৈ। তাই সাইলাখ মাকৰ দৰে হৈছে।

এতিয়া অৱশ্যে সিহঁত কোনো নাই বিমান দত্তৰ কাষত। অকলে অকলে এই চুপৰীয়া বাৰান্দাত বহি আছে বিমান দত্ত। হঠাৎ ঘৰৰ ভিতৰৰ পৰা চকু ঘূৰাই আনি বিমানে সমুখৰ পদূলিলৈ চালে। পদূলিটো নিৰ্জন, কুন্তলা চিনেমালৈ গৈছে। লগত ওচৰ-ঘৰীয়াৰ বৰুৱাণীও হৈছে। দুইজনীৰে একে অৱস্থা। বন্ধৰ দিনাখন ঘৰত থাকি ভাল নেলাগে, গাটো কিবা মটমটাই থাকে। চিনেমা এখন চাব পাৰিলে অলপ ভাল লাগে। পল্লৱ গৈছে এক্সকৰ্শ্যন কৰিবলৈ। বিশ্ব-বিদ্যালয়ৰ দল। প্ৰায় গোটেই ভাৰত ঘূৰাৰ মতলব। আজি দুদিন হ'ল গীতা ব্যস্ত হৈ আছে 'কলেজ উইক'ৰ কামত। ৰাতি বাৰমান বজাত কেইজনমানে তাইক ঘৰত থৈ যায়; ৰাতিপুৱা ছয়বজাত আকৌ লৈ যায়। কিবা ড্ৰামাৰ ৰিহাৰ্চেল চলি আছে। গীতাৰ মেইন ৰোল। গতিকে, এইকেদিন তাই ঘৰত নথকাৰ কথাই। কামকৰা ল'ৰাটোও অলপ আগতে লণ্ড্ৰীলৈ গ'ল। গ'ল যি গলেই। ঘূৰি অহাৰ লক্ষণ নাই। হয়তো এতিয়াও গৈ সি লণ্ড্ৰী পোৱাই নাই। আদবাটতে ক'ৰবাত বৈ আছে। কি ঠিক, সেই যে চাৰি আলিৰ



বেবীফুড কোম্পানীৰ আড্ডাটো, তাত গৈ সোমালেতো আৰু ওলাবৰ উপায় নাই। এডোখৰ মাত্ৰ আধাপোৱা বান্দৰ-বয় বিড়িৰ মন-মতলীয়া কৰা গোন্ধ আৰু হৰ্ত্তন-টেক্কাৰ লগতে ইস্কাপনৰ মেমৰ এটা মাত্ৰ খেলোৱাৰী হাঁহিয়েই তাৰ দৰে ল'ৰা এটাক বুৰ্বক বনাই দিবলৈ যথেষ্ট। এইবোৰৰ আনুসংগিক হিচাবে যদি আজি দুপৰীয়াৰ আকৰ্ষণসূচক দুৱ এটা আহ্বান ; যেনে, শ্ৰীমতী গীতাদেৱীৰ গুপ্ত ৰহস্য নাইবা উল্টোৰথ—'শনিবাৰৰ চিঠিৰ আগামী সংখ্যায় দেখুন' বা '৬ পৃষ্ঠায় দেখুন'—ইত্যাদি থাকিল,

তেতিয়াতো আৰু কথাই নাই। অহাত দেৰী হলে বিমানে যদি তাক সোধে—অহ, কিয় ইমান দেৰী কৰিলি ? তেতিয়া সি তপৰাই উত্তৰ দিব—নাই চাহাব, মানে, ধুবীৰ কয়লা শেষ হৈছিল। দোকানৰ পৰা কয়লা আনিলে, জ্বলালে, ওপৰত ইস্ত্ৰি দিলে, ইস্ত্ৰি গৰম হ'ল, তাৰ পিছত দুখন-তিনিখন পুৰা পাঁচখন কাপোৰ ইস্ত্ৰি হ'ল ; গতিকে মই সোনকালে আহিম বুলিও আহিব নোৱাৰিলোঁ। গতিকে, বিমান দত্তই তাক সামান্য ধমকি এটা দিয়াৰ বাহিৰে অন্য একো কৰিব নোৱাৰে।

বেলি লহিয়াইছে। বিমান দত্তৰ শোৱনি কোঠাৰ পৰ্দাখনত ক্ষীণ বতাহৰ বা লাগিছে ; পৰ্দাখন ধীৰে ধীৰে কঁপি উঠিছে। কঁপি উঠিছে বিমান দত্তৰ মন। মনৰ ভিতৰত আৰম্ভ হৈছে অস্থিৰ, চঞ্চল হাহাকাৰ। এক সৰ্বগ্ৰাসী আতংক বিয়পি পৰিছে মনৰ ভিতৰত। বিমান দত্তৰ চাকৰি জীৱনো প্ৰায় শেষ আৰু বোধহয় দুবছৰ মানহে বাকী আছে। জীৱনৰ শেষ প্ৰান্তৰত থিয় হৈ অতীতলৈ উভতি চাই, অৰ্থাৎ আলিপুৰদুৱাৰ-শিলিগুৰিৰ দিনবোৰ, কুন্তলা আৰু বিশ্ববিদ্যালয়ৰ ৰঙীন দিনবোৰ, লগতে বিয়াঘৰ-চাকৰি ইত্যাদি কথালৈ মনত পেলাই বিমান দত্তৰ মনত হঠাতে আজি এক অদ্ভুত প্ৰতিক্ৰিয়াৰ সৃষ্টি হ'ল। তাহানিৰ দিনবোৰলৈ উভতি চালে বিমানৰ এনেহে লাগে যেন এটা ওখ পাহাৰৰ টিঙত উঠি সি তলৰ সেউজীয়া

ধাঁহনিলৈ চাইছে। ধাঁহবোৰৰ ধূসৰ সেউজীয়া ৰংটোহে দেখি, কিন্তু ঢৌবোৰ নেদেখি। ঢৌবোৰ হয়তো মাৰ গ'ল, হয়তো যোৱা নাই মূৰত চিকচিকিয়া উজ্জ্বল হীৰাৰ মণি পিন্ধা সাপডাল যেন সেই ধাঁহনিডৰাৰ পৰাই ওলাই আহিছে। পখুলি পাৰ হৈ ফুলনিৰ মাজেৰে বগাই ঘৰলৈ সোমাই অহা সেই সাপডাল যেন বিমানে দেখা পাইছে। কিন্তু দেখা পালেও সাপডাল বিমানে মাৰিব নোৱাৰে। সাপডাল মাৰিবলৈ লাঠি দাঙিলেই যিখন হাতে আহি প্ৰথমে লাঠিডালত খাপমাৰি ধৰিব সেইখন হাত কুন্তলাৰ। ক্ষন্তেক পিছতে কুন্তলাৰ কাষতে থিয় দিবহি পল্লৱ আৰু গীতা।

এইবাৰ বিমানে গাটো আৰু অলসভাৱে আৰামী চকীখনত এৰি দিলে। ৰাস্তাত কাম কৰা ল'ৰাটোৰ সুহুৰি শুনা গৈছে। ক্ষন্তেক পিছতে শুনা গ'ল কুন্তলা আৰু বৰুৱানীৰ কলধ্বনি, খিল্ খিল্ হাঁহিৰ শব্দ। হাঁহিৰ লগে লগে শুনা গ'ল টেপত পানী অহাৰ শব্দ। লগে লগে শুনা গ'ল কাঁহী-বাতি-বাল্টিৰ সমবেত সংগীত। এটা দীঘলপিছল ডাইল সাপ যেন বিমানৰ গাৰ কালে আগুৱাই আহিবলৈ ধৰিছে—সংগোপনে সন্তৰ্পনে।



# উৰ্মিলা

প্ৰথমে এটা পাখিলাহী পখিলাৰ দৰে শব্দটো বতাহত ওপঙি আহে; তাইৰ চকুৰ সম্মুখত থিৰ হৈ ৰয়; মুহূৰ্ততে ৰং-বিৰঙৰ পাখি মেলি তাইৰ চৌপাশে দেও দি দি নাচিবলৈ ধৰে। বিনুমাৰ চকু থৰ হৈ ৰয়। তাপমান যন্ত্ৰৰ পাৰা উঠাদি এক ৰহস্যজনক গতিৰে তাইৰ মনৰ ভিতৰত শব্দটোৱে উঠা-নমা কৰে। সোঁহাতৰ মুঠিত থকা ভিজা শোতাটো হঠাৎ থমকি ৰয়। ভৰিৰ গোৰোহাক কেন্দ্ৰ কৰি তাইৰ হাতৰ সমান ব্যাসাৰ্ধলৈ অঁকা বৃত্তচাপবোৰে তাইক যেন সপ্তৰথীৰ চক্ৰবেহুৰ দৰে আগুৰি ধৰে। চৰিয়াৰ পানীত হাত দুখন জুবুৰিয়াই লৈ তাই চুলিকোছা যতনাই লয়; আৰু মজিয়াৰ সোঁমাজতে থিয় দি কঁকালত হাত দুখন থৈ যেতিয়া তাই ইফালে সিফালে মূৰটো লৰচৰ কৰি মজিয়াৰ আক-বাকবোৰলৈ চায় তেতিয়া তাইৰ নিজকে এখন ব্যস্ত-জটিল চহৰৰ পুলিচ পইণ্টত থিয় দি থকা যেন লাগে। কি যে বিড়ম্বনা—এটা বৃত্তচাপৰ ওপৰত আন এটা বৃত্তচাপ উঠিছে, তাৰ ওপৰত আকৌ এটা; তাৰপিছত আকৌ এটাই আহি আগৰটো মচি পেলাইছে। এইদৰে অহা আহিছে; যোৱা গৈছে—অথচ বিনুমাই পইণ্টৰ পুলিচৰ দৰে একে ঠাইতে থিয় দি থাকিব লগা হৈছে। কোনেও তাইৰ গাৰ কালে এবাৰ মূৰ তুলি চোৱা নাই। দুই-একে কেতিয়াবা নিতান্ত প্ৰয়োজনতহে তাইৰ কাষ পালে মূৰ দাঙি চায়, তাইৰ লগত দুই-এষাৰ কথা পাতে।

একোবাৰ শব্দটোৱে এটা দীঘল সুহুৰি হৈ বিনুমাৰ মনৰ মানুহজনীৰ হাত-ভৰি মেৰিয়াই ধৰে। কেতিয়াবা কেবাযোৰো জুনুকাৰ ঝুন্ ঝুন্ শব্দই তাইৰ মন খোঁকিবাথোঁ লগায়। অথচ বিনুমাই

নচাতো দুবৈৰ কথা, ভৰি এখনো অগা-পিছা কৰিব নোৱাৰে। কুঁৱাৰ ভিতৰৰপৰা বাহিৰলৈ আহিব খোজা পাটীগণিতৰ ভেকুলীটোৰ দৰে তাই এবাৰ যদি এহাত ওপৰলৈ জঁপিয়ায়, পিছমুহূৰ্ত্ততে দুহাত তললৈ পিছলি পৰে।

ঘৰখনত উঠুলি-মুঠুলি নুগুচেই। আজি বোলে ডিফুৰপৰা ডাঙৰ ভিনদেউ আহিল। লগত মীনাক্ষী বাইদেউ, বুতুল আৰু মামনিও আছে। কাইলৈ বোলে ধুবুৰীৰপৰা সৰু ভিনদেউ আহিছে। কেতিয়াবা গীতা বাইদেউকো লগত আনে। কেতিয়াবা নানে। পৰহিলৈ আকৌ ছিলঙত পঢ়া অৰূপ ককাইদেউ আহক! এদিনো সি অকলে নাহে। লগত তাৰ বন্ধু এজন বা দুজন থাকিবই। সিহঁত আটাইৰে আও-ভাও, কথা-বতৰা বিনুমাই বুজি নাপায়। আজিকালি অৰূপৰ গাত-কথাও বদলিছে—ৰেডিঅ'ৰ বাতৰি দিয়া মানুহৰ দৰে সি কথাবোৰ সুৰ লগাই লগাই কয়। আজিকালি সি থাকেও বেছ পৰিষ্কাৰ-পৰিচ্ছন্ন হৈ। স্কুলৰ প্ৰশ্নকাকতত থকা 'চাফ-চিকুণৰ বাবে পাঁচ নম্বৰ' বোলা কথা আষাৰ সি এতিয়াহে যেন আখৰে আখৰে পালন কৰিবলৈ লৈছে।

আৰু : এইবোৰৰ আনুষঙ্গিক হিচাপে বিনুমাৰ গা-মন দিনে দিনে লেতেৰা হৈ যাব ধৰিছে। দিনৰ দিনটো ঘৰ-ঘৰোৱাহৰ আল-পৈচান ধৰোঁতেই যায়। এখন্তেক সময় সুস্থিৰ হৈ খুচিমতে উশাহ এটাও তাই লব নোৱাৰে। মা-দেউতা, নবৌ-ককাইদেউ আটায়ে ঘড়ীৰ ঘন্টাৰ কাঁটাৰ দৰে লেহেম গতিত চলা-ফুৰা কৰিছে; অথচ বিনুমাই ফিৰ্‌ফিৰিয়া পাতল চেকেণ্ডৰ কাঁটাডালৰ দৰে তৰা-নৰা চিগি দৌৰি ফুৰিছে। গাঁৱৰ সোঁমাজৰ ৰাস্তাৰে দোকমোকালিতে 'ৰাধা-কৃষ্ণ' নামৰ বিস্কুটৰ গাড়ীখন পাৰ হৈ যোৱাৰ আগতেই তাই ঘৰ-চোতাল সাৰি-মচি অটাব লাগে। কাৰণ, অলপ পিছতে দেউতাই গৰম পানী বিচাৰি চিঞৰত তাল-কাল লগাব। হাঁপানি থকা মানুহ; গতিকে থংটোও এখোপ চৰা ককাইদেৱেও ইফালে লোটা-ঘটি কিবা



এটা বিচাৰিব। পুতুল আৰু মীনাক হাত-মুখ ধুৱাই দিব লাগিব। নবৌৱে ঘৰৰ পাছফালৰপৰা আটাহ পাৰিব—ঠাণ্ডাত মানুহজনী থক্‌থক্‌কৈ কঁপিছে; তুৰন্তে আলনাৰপৰা কাপোৰ সাজ আনি দিব লাগে। এইবোৰ কৰি মেলি উঠি কুঁৱাৰ পাৰত থিয় দি গাটো ধুবৰ আয়োজন কৰে মানে ইমান পৰে বিনুমাৰ পাছে পাছে দৌৰি ফুৰা গাৰ ছাঁটো পোহনীয়া মেকুৰী এটাৰ দৰে তাইৰ দুভৰিৰ মাজত কুচি-মুচি সোমাই পৰে।

এইবোৰ হ'ল গতানুগতিক একোটা দিনৰ কথা। আলহী-দুলহী আহিলে তাইৰ কামৰ তালিকা আৰু দীঘল হয়। দুদিনমান থকাকৈ অৰূপৰ লগত তাৰ বন্ধু এজন আহিছে। আটায়ে আগ্ৰহেৰে সোধপোচ কৰিব; কিন্তু মাৰ সৈতে লগ লাগি বিনুমাই পেৰাৰপৰা ককাইদেৱে বিয়াত পিন্ধি পিছত লাজ লাগি থৈ দিয়া পাতল চুৰিয়াখন উলিয়াই নিদিয়ালৈকে ল'ৰাজনে পেন্টপিন্ধা বাবে ভালদৰে বহিব-শুব নোৱাৰি বেৰত আঁৰি থোৱা কেলেণ্ডাৰৰ ছবি চাই সময় কটাবলগীয়া হয়। তাৰপিছত দুপৰীয়া গা ধোৱা চাবন-পানীৰ বন্দোৱস্ত, ৰাতি শুবৰ পৰত কাপোৰ-কানি, গাৰু-তুলি আদিৰ ব্যৱস্থাও বিনুমাই কৰে। ক'ৰ কাপোৰ ক'ত দিলে বিচনাখন ডাঠ হব; অথচ হাত-ভৰি তুলি বহিলে ল'ৰাজনক দোকানৰ গাদীত বহি থকা যেন নেদেখুৱাব—এইবোৰ ভবা-চিন্তা অকল বিনুমাই কৰে। কেতিয়াবা বিছনা-আঠুৰা ঠিক-ঠাক কৰি দেখিব হিচাপত গাৰু দুটা নিমিলে। অৱশ্যে অৰূপৰ বাবে গাৰুটোৰ চিন্তা তাই সিমান নকৰে। ঘৰৰ ল'ৰা। হাঁহি-স্ফুৰ্তি কৰি অৰূপেও ঘটনাটো সহজ কৰি লয়; বিচনাৰ চাদৰখনৰ তলত অভিধানখন সুমুৱাই লৈ হেমৰ কোষেৰে ওখ দ'ল বান্ধি ভাষাক সাৰথি কৰি, বুলি গিৰ্জনি মাৰি হাঁহি সি বিছনাত দীঘল দি পৰে। কিন্তু দ্বিতীয়টো গাৰুৰ বাবে বিনুমাই নবৌক কুতুৰিব লগা হয়। নিজৰ বিছনাৰ গাৰু এটা দিবলৈ নবৌৱে ইচ্ছা নকৰে; পঢ়া-শুনা কৰা ল'ৰা। এইবোৰ তেল-চুলিৰ গন্ধ ভাল নাপাব। প্ৰথমে হয়তো

গা-মন কিবাকিবি কাৰণত ভাল লাগিব ; কিন্তু গোটেই ৰাতি নাকৰ আগত এই গন্ধ লৈ শুই থাকিবলৈ সি যথেষ্ট টান পাব। এইবোৰ কথা বিনুমাই বুজে, নবৌৱেও বুজে। তথাপি উপায়তো নাই।

অৱশেষ্ত অনেক প্ৰৱন্ধৰ মূৰত তাই নবৌৰপৰা গাৰু এটা আদায় কৰে। গাৰুটো বিছনাত পাৰি তাৰ ওপৰত বিনুমাই অসমীয়া আখৰেৰে 'গুড্ নাইট' বুলি লিখা টাৱেলখন মেলি দিলতহে নবৌৰ মনটো মুকলি মুকলি লাগিল।

ইকালে নিজৰ বিছনাত শুই শুই বিনুমাই ল'ৰাজনৰ মনৰ মাজেৰে অহা-যোৱা কৰা দৃশ্যবোৰ অনুমান কৰিবলৈ চেষ্টা কৰিলে। কেতিয়াবা একোটা দৃশ্যই তাইক ভবিবপৰা মূৰলৈকে জোকাই থৈ যায়; কেতিয়াবা এখন ৰেলগাড়ীৰ দৰে ঘচ্-ঘচ্কৈ বিৰক্তিকৰ আৱাজ কৰি একোটা দৃশ্য পাৰ হৈ যায়। বিনুমাই হাত-ভৰি জোকাৰি চিঞৰি দিব খোজে। ল'ৰাজনে বাৰু কি ভাবিছে ? তাইৰ কথা ভাবিছে নে ? একমুহূৰ্তও বাৰু তাইলৈ তাৰ মনত পৰিছে নে ? এই যে বিনুমাৰ হাত, ভৰি, মুখ, খোজ-কাটল, চকুৰ চাৱনি, ক্ষীণ হাঁহি, মাজে মাজে এষাৰ-দুষাৰ কথা—এইবোৰ তাৰ মনলৈ আহিছে নে ?

নাই, নাই—নিশ্চয় অহা নাই। সি হয়তো ভাবিছে—তাই এজনী সামান্য বনকৰা ছোৱালী। সিহঁতে তাইৰ লগত হঁহা নাইবা কথা পতা উচিত নহয়। এইদৰে সকলোৱে ভাবে। এইখন ঘৰলৈ যিবোৰ মানুহ আহে সিহঁত আটায়ে ভাবে। গতিকে, ল'ৰাজনেও নিশ্চয় ভাবিছে। নাভাবিলেও, হয়তো অৰূপেই তাক শিকাই দিছে।

হঠাতে তাইৰ খং উঠি গ'ল—মা-দেউতা আটাইৰে ওপৰত। ঘৰলৈ আলহী-অতিথি আহিলেই দেউতাকে তাইক চিনাকি কৰি দিয়ে —"এইজনী বিনুমা। আমাৰ ঘৰতে আছে।" অৰ্থাৎ, আনবোৰ এইখন ঘৰত যি কাৰণত আছে, সেই একে কাৰণত তাই ইয়াত থকা নাই। অইনত থাকিবলৈ তাইৰ ঠাই নাই, সেইবাবে তাই ইয়াতে আছে। সহজ কথাত, বিনুমাক তেওঁলোকে ৰাখিছে।



ঠিক এইখিনিলৈকে পৰিস্থিতিটো বুজি উঠাৰ পিছত বিনুমাৰ লগত মানুহবোৰৰ সম্পৰ্ক বেলেগ হৈ যায়; যেন প্ৰকাণ্ড এখন দেৱালৰ সিফালে মানুহবোৰে চলা-ফুৰা কৰে, আৰু ইফালে বিনুমাই অকলে ঘূৰি ফুৰে। অৰূপৰ লগত অহা ল'ৰাবোৰে তাইলৈ এখন নিৰ্বাক-নিস্পন্দ বিজ্ঞাপন-পত্ৰলৈ চোৱাৰ দৰে চায়। সিহঁতে নিতান্ত প্ৰয়োজনত কেতিয়াবা তাইৰ লগত দুই-এষাৰ কথা পাতে; কিন্তু সেইবোৰ কথাৰ লগত বিনুমা নামৰ এই যোল বছৰীয়া গাভৰুজনীৰ কোনো সম্পৰ্ক না'াকে। দুই এজনেতো তাইলৈ মূৰ তুলিয়েই নাচায়; হঠাতে কেতিয়াবা অনিবাৰ্য কাৰণত কোনোজনৰ লগত তাইৰ চকুৱে চকুৱে পৰে; কিন্তু সেই দুৰ্ঘটনাৰ মাজত হাঁহিবলগীয়া নাইবা লাজ কৰিবলগীয়া কোনো কথা তাই বিচাৰি নাপায়। বৰং বেছি পৰ চিন্তা কৰি থাকিলে সময়ত তাইৰ মনটো গধূৰ হৈহে পৰে।

ছিঃ, ইমানপৰে বিনুমাই মনেই কৰা নাছিল! মজিয়াখনৰ একাষে ইতিমধ্যে এটা সৰু বাট বহি গৈছে। অৰ্থাৎ, ঘৰৰ মানুহ আটাইবোৰ বিছনাৰপৰা নামিল। নবৌৱে পাৰৰ বাহদুখন খুলি দিলত পাৰকেইটাই ইঘৰৰ চালৰপৰা সিঘৰৰ চাললৈ বগাবলৈ ধৰিলে। মন্থৰ গতিৰে বাটেদি 'ৰাধা-কৃষ্ণ'খন পাৰহে গ'ল। বিনুমাই এখোজ-দুখোজকৈ মজিয়াৰপৰা ওলাই আহি পিৰালিত থিয় দিলে। অৰূপ আৰু ল'ৰাজন থকা কোঠাটোৰ দুৱাৰখন বন্ধ; সিহঁত উঠা নাই। কলেজত পঢ়া ল'ৰা—গতিকে, দেৰি কৰি শুই দেৰিকৈ উঠা নিয়ম। সেইকাৰণে, সাৰ পায়ো কিজানি সিহঁতে বিছনাত পৰি আছে—থিয়েটাৰত অভিনয় কৰাৰ দৰে। বিনুমাই সৰুকৈ কাহ এটা মাৰিলে। হঠাৎ কাষেদি পাৰ হৈ যোৱা নবৌৰ গোমোঠা মুখখন দেখি তাইৰ মনটো সেমেকি গ'ল। নবৌৱে গিলাচ-ঘটি, কাঁহী-বাটি আটাইবোৰ কুঁৱাৰ পাৰত পৰ্বত আকাৰ কৰি দমাই থৈছে। সেইবোৰ তাই ধুব লাগিব।

তথাপি বিনুমাই কিছুসময় পিৰালিতে থিয় দি থাকিল। উঠক খং, অকল নবৌৰ কিয় গোটেই ঘৰখনৰে খং উঠক; লাগিলে অৰূপৰ

লগত অহা ল'ৰাজনো খঙত জ্বলিপকি উঠক। কোনো আপত্তি নাই তাইৰ। এইবোৰ মানুহক তাইৰ জোকাই চাবৰ ইচ্ছা হৈছে; এই যে 'নিতান্তই ব্যক্তিগত আৰু গোপনীয়' বুলি লিখা শকত চিঠিৰ খাম যেন লগা মুখবোৰ— এইবোৰ এখন এখনকৈ খুলি চাবৰ ইচ্ছা হৈছে। কিয়, কি হৈছে মানুহবোৰৰ? সিহঁতে জানো গম পোৱা নাই যে বিনুমাৰ মনৰ ভিতৰত আজি বিধে বিধে ফুল ফুলিছে, এজাক দুজাককৈ অগণন পখিলাই দেও দি দি নাচিছে; তাইৰ গাৰ ভাঁজে ভাঁজে, প্ৰতিটো তিনি আলি—চাৰি আলিৰ ৰে মূৰে একোখন দোকান বহিছে; আৰু প্ৰতিখন দোকানৰ সমুখত বিভিন্ন—বিচিত্ৰ ৰঙৰ ভাষা জিলিকি উঠিছে? কিয়, এইবোৰ সিহঁতে গম পোৱা নাই? নৰৌৱে নাজানে? মা-দেউতা কোনেও নাজানে? নে আটায়ে জানে; কিন্তু—কিন্তু কি?

বিনুমাৰ দুচকু পানীৰে উপচি পৰিল। এইবোৰ চিন্তা মনলৈ আহিলে তাই আৰু থিৰেৰে বব নোৱাৰে। জোৰ কৰি জপাই ৰখা ওঁঠ দুটা কঁপি কঁপি খোল খাই যায়; দাঁতেৰে কামুৰিও তাই ৰাখিব নোৱাৰে। নৰৌৰ চকুৱে চকুৱে পৰাত উপায়হীন হৈ তাই হাঁহিও ৱাৰ দৰে কৰি মুখখন এবাৰ মেলি দিলে; আৰু সুৰ্ সুৰ্ কৈ গৈ চুৰা বাচনবোৰৰ কাষত বহিলগৈ।

শব্দটো আকৌ উঠি আহিছে। কাঁহী-বাতিৰ আৱাজকো তলপেলাই শব্দটোৱে এজাউৰি উচ্ছৃংখল হাঁহি হৈ তাইক আগুৰি ধৰিছে।

কালি ৰাতিপুৱা চুবুৰীৰ কোনোবা এজনীয়ে বিনুমাক কৈছিল, "বিনুমা, সন্ধিয়ালৈ ওলাবিচোন।" বোধহয় নিৰলাই কৈছিল, "বুইছ, বৰ মজাৰ খেল হব!"

নিৰলাৰ মুখলৈ চাই বিনুমাই বেজাৰত কান্দি দিব খুজিছিল। খেল কিয়, বিৰাট সবাহেৰে হঠাৎ বগৰীবাৰী দলদোপ-হেন্দোলদোপ হৈ পৰিলেও তাই মুকলিমূৰীয়া হৈ ওলাই যাব নোৱাৰে। এইখন



ঘৰত যেনেকৈ তাই টাকুৰী ঘূৰাদি ঘূৰি ফুৰিব লাগে তাৰ মাজত যিকণ সময় তাই একান্ত নিজৰ কৰি পায় সেইকণ সময়ত অকলে অকলে এসোঁতা কন্দাৰ বাহিৰে তাই আৰু অন্য একো কৰিব নোৱাৰে। বিয়া-সবাহলৈ তাই অৱশ্যে একেবাৰে নোযোৱা নহয়, যায়; কিন্তু সেয়া নৰৌৰ লগতহে। পুতুল আৰু মীনাই মাজে মাজে বৰ দিগদাৰ কৰে। ইমানবোৰ মানুহৰ মাজত নৰৌৱে লাজ পাব নোৱাৰে। আৰু, এনেয়েও কোলাত ল'ৰা-ছোৱালী লৈ বিয়া-সবাহলৈ যোৱাটো নৰৌহঁতৰ নিয়মৰ বাহিৰ; কাৰণ, তেওঁলোকে ভাবে—কোলাত কেঁচুৱা থাকিলে তেওঁলোকৰ যৌৱনৰ দাম এক পইচা হলেও কমি যায়। গতিকে, পুতুল আৰু মীনাক বিনুমাৰ ওচৰত চম্‌জাই দি নৰৌৱে ৰাংঢালী হৈ নাচি ফুৰে; ইফালে তাই সিহঁত দুটাৰ ওজৰ আপত্তিমতে চুচৰি-বাগৰি ফুৰিব লাগে। ৰভাতলীত চিনেমা চোৱাৰ দৰে বহি থকা ল'ৰামথাৰ আগেদি অহা-যোৱা কৰোঁতে বিনুমাৰ মৰি যোৱা যেন লাগে। গাৰ কাপোৰ-কানিও ঠিকমতে ৰাখিব নোৱাৰে; পুতুল আৰু মীনাই গচকি-ফেনেকি তাইৰ গা তহিলং কৰে। মানুহবোৰে এবাৰ তাইৰ উকা সেওঁতালৈ চায়, এবাৰ পুতুল আৰু মীনালৈ চায়; তাৰপিছত গুণ্-গুণ্ কৈ কিবাকিবি কয়। এইবোৰ গুণ্-গুণনিৰ অৰ্থ বিনুমাই আগেয়ে নুবুজিছিল; এতিয়া বুজে।

গতিকে 'ক'ত কি খেল হব' বুলি তাই নিৰলাক সুধিব নোৱাৰিলে। সুধি লাভ নাই। অযথা দুখৰ ভাৰ আৰু তাই ববলৈ ইচ্ছা নকৰে।

তথাপি নিৰলাই উচ্ছ্বসিত কণ্ঠেৰে কৈছিল, "বুইছ বিনুমা, কালি ক'ৰবাৰ পৰা বুঢ়া এজন আহিছে। লগত তিনিটা বান্দৰ। নাম-ঘৰৰ চোতালতে বুঢ়াই টৌখুটি মাৰিছেহি। দোকমোকালিতে যি নাচ আৰম্ভ হয়, একেবাৰে ৰাতি বিয়লিলৈকে চলে, বুইছ, ওলাবিচোন এবাৰ।"

নিৰলাৰ কথা কেইটা মনলৈ অহাৰ লগে লগে বিনুমাৰ হাত-ভৰি যেন জঠৰ হৈ পৰিল; গাটো গধুৰ হৈ পৰিল। কঁকালত ৰচী লগোৱা

বান্দৰ এটাৰ দৰে তায়ো যেন মাজে মাজে একোবাৰ জাপ এটা মাৰিব খোজে; কিন্তু পাঁছফালৰপৰা কোনোবাই ৰচীডাল ইমান জোৰেৰে টান মাৰি দিয়ে যে তাই লুটি খাই বাগৰি পৰে; আৰু সেই ৰচীত ধৰি থকা মানুহবোৰৰ হাতবোৰ যেতিয়া তাই এখন এখনকৈ চিনাক্ত কৰে, তেতিয়া আৰু বিনুমাই নিজক চম্ভালিব নোৱাৰে।

অৰূপহঁতে বিচনাতে গুণ্-গুণ্‌কৈ কথা পাতিছে; মাজে মাজে একোবাৰ খিল্‌খিলকৈ হাঁহিছে। এইবোৰ কথাই এইবোৰ হাঁহিয়ে বিনুমাৰ দৰে ছোৱালী এজনীক সহজে জোকাই তুলিব লাগিছিল; কিন্তু নুতুলিলে। তাৰ পৰিবৰ্তে, তাইৰ মন বিৰক্তিৰে ভৰি পৰিল। টিঙিচ্‌কৈ খং এটাও উঠিব খুজিছিল। অনেক বুজনি দিয়াৰ পিছতহে যেনিবা সেই উৎপতীয়া খংটো অস্থায়ীভাৱে শান্ত হ'ল। নহলে কথা বিষম আছিল। ধুৰা কাঁহী-বাটিবোৰ ঠন্ ঠন্‌কৈ মজিয়াত পৰিব। লগে লগে তাইৰ ওপৰত বৰ্ষণ হব গোটেইখন ঘৰৰে গালিৰ বৰষুণ। সেইজাক বৰষুণৰ পানী শুকাই-উবাই গা মন ফৰকাল হোৱালৈকে— এই সময়খিনিৰ ভিতৰত বিনুমাৰ কমেও ছুসাজ লঘোণ, ছুৰাতি টোপনি থটি। এনে ধৰণৰ অভিজ্ঞতা ইতিমধ্যে তাইৰ বহুতো হৈছে।

এইবাৰ তাই স্পষ্টকৈ গম পালে, অৰূপ আৰু ল'ৰাজনে বিছনাৰ-পৰা নামি ছুৱাৰৰ হুক খুলি চোতালত ভৰি দিছে। অৰূপে চিঞৰি কলে, "নবৌ, গুড নাইট্ দি শুৱাই থৈ এতিয়া গুড্ মৰ্ণিং দিবৰ সময়ত কেনি লুকাইছা?" কৈয়ে সি হোহোৱাই হাঁহি দিলে; সেই হাঁহিত ল'ৰাজনেও যোগদান কৰিলে।

নেবৌৱে আঁতৰৰপৰা কলে, "ৰবা, একেলগে চাহ-বিস্কুটেৰে সৈতে গুড্ মৰ্ণিংটো পঠিয়াই দিছোঁ বিনুমাৰ হাতত।"

নবৌৰ কথাখিনিৰ লগে লগে সিহঁত ছুজনৰ হাঁহি বন্ধ হৈ গ'ল। ইয়াৰ কাৰণ বিনুমা। হাঁহি-স্ফূৰ্তিৰ লগত বিনুমাৰ নামটো জড়িত কৰিবলৈ সিহঁতে টান পায়।



কিয়, সিহঁতে হাঁহি বন্ধ নকৰিলেওতো হ'লহেঁতেন? তাৰ পৰিবৰ্তে, ল'ৰাজনেতো সুধিব পাৰিলেহেঁতেন, "কোন, কোন বিনুমা? কেনি গ'ল? চাওঁ, মাতি দিয়াচোন; চাহ-বিস্কুট আৰু এজনী ছোৱালীৰ লগত কথা-বতৰা—বেছ ভাল লাগিব। অৰূপ, তুমিও কি মানুহহে? আহা আহা। বিনুমা ক'তনো লুকাই আছে ইমান পৰে; আহা, বিচাৰি উলিয়াওঁ।"

এনে এটা হুলস্থূল হওক; তাইক কেন্দ্ৰ কৰি সকলোৰে এটা হুলস্থূল আৰম্ভ হওক—সেইখিনিয়ে তাইৰ বাবে যথেষ্ট। তাতকৈ বেছি আৰু একো তাই নিবিচাৰে। অকল বিনুমাই কিয় সকলো ছোৱালীয়ে এনে এটা হুলস্থূল ভাল পায়—যেনে এটা হুলস্থূল এপাহ ফুলৰ গাত এচাটি বতাহে সৃষ্টি কৰে, এডাল ডুবৰি বনত এটুপি নিয়ৰে সৃষ্টি কৰে।

কিন্তু নহয়; নহ'ল। বিনুমাই বিচৰা দৰে কোনোদিনে এটা হুলস্থূল নহ'ল; আজিও নহ'ল। বৈয়ামৰ ভিতৰত জীয়াই ৰখা এটা চন্দামাছৰ দৰে তাইৰ মনটো এটা মাথোন নিৰ্দিষ্ট অঞ্চলৰ ভিতৰতে উজনি-নামনি কৰি থাকিল। সেই অঞ্চলটো বিনুমাৰ ছুখ-শোক আৰু যন্ত্ৰণা-বেদনাৰ অঞ্চল: বৰ লেতেৰা—চন্দামাছটোৱে মুখেৰে লেলাৰতি-বীজল আদি উলিয়াই নষ্ট কৰা বৈয়ামৰ পানীখিনিৰ দৰে লেতেৰা। সেইখিনি পানী সলাই নতুন পানী দি চন্দামাছটোক এবাৰ লাৰি-চাৰি চাবলৈ কাৰো মনত পৰা নাই। অৰ্থাৎ, বিনুমাৰ মনৰপৰা লেতেৰা চিন্তাবোৰ আঁতৰাই তাইক ৰং-ৰহইচৰ মাজত ৰাখিবলৈ কোনেও চিন্তা কৰা নাই।

ছুপৰীয়া অৰূপ আৰু ল'ৰাজনৰ বাবে গাধোৱা চাবন-পানীৰ ব্যৱস্থা বিনুমাই কৰিলে। পানী বাল্টিৰ কাষৰ তক্তাখনত চাবন টুকুৰা থোৱাৰ পিছত গামোচাখন ল'ৰাজনক হাতে দিবলৈ বিনুমাৰ হেঁপাহ হৈছিল; কিন্তু নবৌৱে চকু ঘোপা কৰি কাযেদি অহা-যোৱা কৰি থকাৰ ফলত তাই সেই সুযোগ লব নোৱাৰিলে। এবাৰ ভাবিলে,

তাই গামোচাখন এনে এঠাইত থব যাতে ল'ৰাজনে গা ধুই উঠি তাইক নাম ধৰি চিঞৰিব লগা হয় ; তাৰ চিঞৰ শুনি যাতে পাক-ঘৰৰপৰা নৰৌ দৌৰি আহে, পঢ়া কোঠাৰপৰা অৰূপ দৌৰি আহে, ইত্যাদি। এনে ধৰণৰ গোলমাল এটা তাই ভাল পায়। শেষ সময়ত বহুত ভাৱিচিন্তি বিনুমাই গামোচাখন হাতত লৈ অলপ ইফাল-সিফাল কৰি থাকিল। ল'ৰাজনে গাত পানী ঢলা সময়ত তাই আঁৰত থিয় হৈ এনে এটা সময়লৈ বাট চাই থাকিল যিটো সময়ত তাৰ গা চাবনৰ ফেনত পোতগৈ থাকিব, অথচ বাল্টিৰ পানীও একেবাৰে তলিত লাগিবগৈ। তেতিয়াতো সি বিনুমাক মাতিবই লাগিব।

কিন্তু নামাতিলে। ল'ৰাজনে নিজে কুঁৱাৰপৰা পানী তুলি বাল্টিটো ভৰালে। ৰচীত গাঁঠি দিয়া সৰু বাল্টিটো কুঁৱাৰ ভিতৰলৈ দলিয়াই দিয়াৰ লগে লগে অৰণ্যে তাই চিঞৰিব পাৰিব লাগিছিল, "এস্ চাওঁ চাওঁ দিয়া, মই তুলি দিওঁ পানী" বুলি ; কিন্তু ল'ৰাজনৰ হাতৰপৰা ৰচীডাল থাপ মাৰি অনাৰ সমান কর্তৃত্বৰ অধিকাৰিণী নহয় বুলি বিনুমাই নিজকে ভাবিলে। ভাবি শেষত দূৰৰপৰা দৃশ্যটো চাই থাকিল। ল'ৰাজনে চকুহুটা মুদি খেপিয়াই-খেপিয়াই কুঁৱাৰ বাল্টিৰ ৰচীডাল অলপ অলপকৈ পেলাই দিছে। বাল্টিটো গৈ ধপ্‌হকৈ পানীত পৰাত সি জাপ মাৰি উঠিছে। বাল্টিটো ওলট-পালট কৰি পানীত বুৰাওঁতে একোবাৰ ৰচীডাল তাৰ হাতৰপৰা পিছলি পৰিব খোজে। জ্বৰ উঠা মানুহৰ মুখত থাৰ্মমিটাৰ সুমাই দিয়াৰ সমান উৎকণ্ঠালৈ বিনুমাই দৃশ্যটো লক্ষ্য কৰি থাকিল।

এটা সময়ত চাবন-পানীৰে একাকাৰ হৈ বাল্টিটো পাৰত উঠিল। ল'ৰাজনে পানী বাল্টি গাত ঢালিবৰ সময়ত তাই আঁৰত গৈ থিয় হ'ল।

গা ধুই উঠাৰ পিছত তাই ল'ৰাজনৰ হাতত গামোচাখন দলিমাৰি দি আহিলগৈ। ল'ৰাজনে তাইৰ ফালে মূৰ তুলিয়েই নাচালে। বিনুমাই এক মুহূর্তও নৰ'ল কুঁৱাৰ পাৰত।



খাই-বৈ উঠি জিৰাই-শতাই আবেলিপৰত অৰূপহঁত যাবলৈ ওলাল। মা, দেউতা, নৰৌ আটাইৰে লগতে বিনুমাও ব্যস্ত হৈ পৰিল সিহঁতক বিদায় দিবলৈ। অৰূপ আৰু ল'ৰাজনে বিনুমাৰ বাহিৰে আটাইবোৰকে মাত লগালে। মা-দেউতাই ল'ৰাজনৰ গা-মূৰ পিহি ক'লে, 'সময় পালে এইদৰে আহি থাকিবা চোন। তুমি অৰূপৰ বন্ধু যেতিয়া আমাৰ ঘৰৰ ল'ৰাৰ দৰেই। আহিবা। লাজ-কাজ কৰিবলৈ ইয়াত কোনো নাই।' শেষৰ কথাখিনিয়ে বিনুমাক সামান্য ৰূপে আঁচুৰি গ'ল। লাজ-কাজ কৰিবলৈ কোনো নাই! কিয় বিনুমা মৰি গৈছে নে কি? বিনুমা নামৰ এজনী যোলবছৰীয়া ছোৱালীৰ আগত কলেজত পঢ়া এজন ল'ৰাই লাজ নকৰি কাৰ আগত কৰিব? মা-দেউতাহঁতে কিয় এইদৰে ভাবে? তেওঁলোকে এনেদৰেওতো কব পাৰে, "আহিবা। বিনুমা আছে বুলি আকৌ লাজ নকৰিবা, ঘৰৰে ছোৱালী তাই!" এইখিনি কথা কবলৈ তেওঁ-লোকে কিয় ইমান টান পায়?

সময়খিনি বিনুমাৰ বাবে নাযায়-নুপুৰায় যেন লাগিল। অৰূপ আৰু ল'ৰাজনে যাবলৈ সাজু হৈ চোতালত থিয় দি শেষবাৰৰ বাবে আটাইকেইজনলৈ চাই পঠিয়াইছে। ফটো উঠিবলৈ লোৱাৰ আগমুহূর্তত যেনেদৰে বাৰে বাৰে ওঠ দুটা শুকাই যায়, ডিঙিটো সুৰ সুৰায়, চকুৰ চেলাউৰিৰে পকৰা এটা বগাই যোৱা দৰে পিৰপিৰণি উঠে, ঠিক তেনে এটা অস্বস্তিকৰ অৱস্থাত পৰিল বিনুমা। শেষ মুহূর্তলৈকে তাই আশা ৰাখিলে, ল'ৰাজনে এবাৰ অন্ততঃ তাইৰ ফালে মূৰ তুলি চাব, তাইক এবাৰ মাত লগাব। ইয়াতকৈ বেছি আশা বিনুমাই নকৰে। এতিয়া তাই বুজি উঠিছে, ইয়াতকৈ বেছি আশা তাই কৰা উচিত নহয়।

কিন্তু, এটা সময়ত দুয়ো গুচি গ'লহৈ। যাৰৰ সময়ত সিহঁত দুজনৰ এজনেও বিনুমাক মাত লগোৱাটো দূৰৈৰ কথা তাইৰ ফালে এবাৰ মূৰ দাঙিয়ে নাচালে। দুখে-বেজাৰে জর্জৰিত হৈ তাই

কিছুপৰ ঠাইতে থিয় হৈ থাকিল।

এইবাৰ শব্দটো তাইৰ স্পষ্টকৈ কাণত পৰিল। তিনি-চাৰি যোৰমান জুনুকা একেলগে বজাৰ শব্দ। লগে লগে দৰ্শকৰ হাঁহি-কিৰিলিৰ ধ্বনি। গোঁসাই ঘৰৰ চোতালত বান্দৰৰ খেল চলিছে! আজি ভাওনা আছে; বান্দৰে ভাওনা কৰিব—সীতা বনবাস।

ধীৰে ধীৰে তাই গোঁসাই ঘৰৰ ফালে আগুৱাই গ'ল। তাইৰ নিজকে বচী ছিঙি পলাই অহা বান্দৰ এটাৰ দৰে অনুভৱ হ'ল। বিনুমাৰ খোজ লাহে লাহে কোবাল হ'ল। বেলি পাতত বহিছে।

তাই যেতিয়া খেলৰ থলীত উপস্থিত হ'ল তেতিয়া গোঁসাই ঘৰৰ চোতাল লোকে লোকাৰণ্য। মানুহৰ ভিৰ ঠেলি ঠেলি তাই সোমাই গ'ল। বৃত্তৰ দৰে ঘূৰণীয়া হৈ মানুহবোৰে শাৰী পাতিছে—কোনোবা বহিছে, কোনোবাই থিয়ৈ থিয়ৈ খেল চাইছে। সীতা বনবাসৰ মাজ-ছোৱা। বুঢ়াই হুমহুমকৈ ডম্বৰু বজাইছে। বান্দৰ তিনিটাই ৰাম-লক্ষণ-সীতা হৈ নাচিছে। ভৰিত জুনুকা। এচুকত বুঢ়াৰ সহকাৰ এজনে পেট্ৰ'মাক্স লাইট এটা জ্বলাবলৈ আৰম্ভ কৰিছে। একোবাৰ বুঢ়াই ডম্বৰুৰ কোব কেইটা জোৰে জোৰে মাৰে। ৰাম-লক্ষণে শূন্যতে লম্ফ-জম্ফ কৰে; সীতাই জাপ মাৰিবলৈ সাজু হওঁতেই বুঢ়াই এচাবিডাল জোকাৰি দিয়ে। লম্ফ-জম্ফ বন্ধ হৈ যায়। কিন্তু, বৃত্তৰ পৰিধি ক্ৰমে বাঢ়িগৈ থাকে। এটা সময়ত বৃত্তটো ৰাজহুৱা আলিত উঠিলগৈ। বিনুমাই হেচুকি হেচুকি আগৰ শাৰীত ঠাই অকণমান দখল কৰিলে।

ভাওনাৰ শেষ দৃশ্য। ৰাম আৰু সীতাক বনৰ পৰ্ণকুটীৰত বহুৱাই থৈ লক্ষণে বনে বনে ফল-মূল বিচাৰি ফুৰিছে। হাতত হৰলিক্সৰ খালী টেমা। বুঢ়াই কন্দাৰ দৰে মাত এটা উলিয়াই গীত গাইছে। পেট্ৰ'মাক্স লাইটৰ পোহৰত বিনুমাই লক্ষ্য কৰিলে—বৃত্তৰ পৰিধিটো ক্ৰমে বহল হৈ গৈ এটা সময়ত ভাঙি গ'ল। হৰলিক্সৰ টেমাটোত মাজে মাজে ঠনৰ্ ঠনৰ্কৈ দুই-এটা পাঁচ পইচা-দহ পইচা পৰিল।



মানুহবোৰে দহোদিকে গুচি যাবলৈ ধৰিছে। কিন্তু পইন্টৰ পুলিচৰ দৰে বিনুমাই ঠাইতে থিয় হৈ থাকিল। লক্ষ্মণে মানুহবোৰৰ মাজে মাজে ঘূৰি ঘূৰি এতিয়া তাইৰ পিনে আহিবলৈ ধৰিছে—যেন চহৰৰ মাজত বাট হেৰুৱাই এজন গাঁৱলীয়া মানুহে পুলিচক সুধিবলৈ আহিছে 'হেৰি, যে এই বিস্থা উকীল, তেখেতৰ ঘৰ কোন ফালে চিনি পায়নে?"

এটা সময়ত লক্ষ্মণ তাইৰ ওচৰত থিয় হ'লহি। হাতত হৰলিক্সৰ টেমা। ভিতৰত বৰ বেছি আঠ অনামানৰ খুচুৰা পইচা। তাৰ চকুত এক সজল, সতৰ্ক অথচ শিশু-সুলভ দৃষ্টি। বিনুমাই তাৰ চকুত চকু ৰাখি বহুপৰ থৰ লাগি চাই থাকিল। 'লগত পইচা নাই' বুলি হাত এখন জোকাৰি দিয়াৰ পৰিবৰ্তে হঠাৎ তাইৰ দুয়োহাত নমস্কাৰৰ ভংগীত বুকুৰ মাজত থুপ খাই গ'ল। বান্দৰটোৱে তধা লাগি বিনুমাৰ মুখলৈ চাই থাকিল।

# ভক্ত পপুলি

: এজাক নীলৰঙী হৰিণাপোৱালি। কোমল ধাঁহৰ মাজত আছে উমলি। ধাঁহৰ পাতত বতাহৰ আঙুলি বুলনি। কাষৰ বিলৰ পানীতো লাগিছে তাৰ স্পৰ্শ।, সৰু-বৰ ঢৌ উঠিছে নামিছে। অন্য এখন যেন ধাঁহনি হৰিণাজাকৰ সমুখত জলমলাই উঠিছে। সিহঁতৰ চকুত লাগিছে চিত্তচঞ্চলকাৰী এক মায়াৰ কাজল। চকুৰ মণিত ৰাতিৰ আকাশ। মৌন, নিবিড়! আকাশৰ বুকুৰেদি আগুৱাই গৈছে চতুৰ্দশীৰ জোন। যেন এটা শংখ-শামুক অগ্ৰসৰ হৈছে বিস্তীৰ্ণ সাগৰৰ মন্থন বালিৰে। ধাঁহ, বিল আৰু হৰিণাপোৱালিৰ এই নিখুঁত দৃশ্য-পট উপচি পৰিছে জোনৰ বিমল আভাৰে। একোবাৰ বিলৰ পানী নিস্তৰংগ দেখা যায়। দেখা যায় দাপোনৰ গভীৰত জোনৰ মুখ। আহ, কি বিতোপন কি চমৎকাৰ সেই শোভা! সময় থমকি ৰয়; তন্দ্ৰাইলন্ত ৰথ নুপুহাই সিটো ৰাতি।

এইবাৰ অবিনাশে দৌৰিবলৈ আৰম্ভ কৰিলে। ইমান পৰে সি আগবাঢ়ি আহি আছিল খুব লেহেম গতিৰে, খুব সাবধানে— প্ৰায় হাতত সাবে, ভৰিত সাবে। হঠাৎ তাৰ খোজৰ গতি বাঢ়ি গ'ল। তুফান গতিৰে সি দৌৰিবলৈ ধৰিলে। তৰা-নৰা ছিগি সি দৌৰিবলৈ ধৰিলে। আগে আগে হৰিণাপোৱালিজাক, পিছে পিছে অবিনাশ, ধাঁহৰ পিছত ধাঁহ সি পাৰ হৈ যাবলৈ ধৰিলে! তথাপি ধাঁহনিৰ শেষ নাই। হৰিণাপোৱালিজাকৰ এটাকো সি থাপ মাৰি ধৰিব পৰা নাই। কেৱল সিহঁতৰ ফুটুকা-ফুটুকী দেহৰ বিমল সৌন্দৰ্য্যৰ পিছত উধাও হৈছে অবিনাশৰ সমগ্ৰ দেহ-মন।

হঠাতে এবাৰ এটা হৰিণাপোৱালি তাৰ সমুখত ঘপ্‌কৈ বৈ গ'ল। আনন্দত আত্মহাৰা হৈ অবিনাশে হাত দুখন আগবঢ়াই দিলে। কিন্তু,



ইকি! অবিনাশ হতবুদ্ধি হৈ গ'ল! চকুৰ পচাৰতে হৰিণাপোৱালিটো অন্তৰ্দ্ধান হ'ল। তাৰ ঠাইত আবিৰ্ভাৱ হ'ল এগৰাকী দেৱোপম কান্তিৰ ব্ৰহ্মচাৰী। গাত গেৰুৱা বসন, ডিঙিত ৰুদ্ৰাক্ষৰ মালা, মুখভৰ্ত্তি সোণালী দাড়ি, মূৰত ৰেশমৰ দৰে মিহি উজ্জ্বল এজাপ চুলি। ভক্তিত গদ্‌-গদ্‌হৈ অধীনৰ বিনীত নিবেদন এই যে এনে এক ভংগীত অবিনাশে ব্ৰহ্মচাৰীৰ ভৰিত লুটি খাই পৰিল। ব্ৰহ্মচাৰীৰ চকু দুটা দুটুকুৰা উজ্জ্বল হীৰাৰ দৰে চিক্‌মিকাই উঠিল। অবিনাশে অনুমান কৰিলে ব্ৰহ্মচাৰীৰ ওঠ দুটাত এক অস্থিৰ কঁপনি আৰম্ভ হৈছে। কিবা কব খুজিছে! হয়তো কিবা উপদেশ, কিবা আদেশ, কিবা অনুৰোধ নাইবা কিবা—কি ঠিক, কোনে জানে? হবও পাৰে।

অবিনাশৰ টেবুলত থকা "ভক্ত পপুলি'টোৱে হঠাৎ এক বিশৃংখল হুটগোল আৰম্ভ কৰি দিলে। বোধহয় মিটাৰ ডিচ্‌প্লেচ্‌ড হৈছে। কিন্তু কেনেকৈ? অবিনাশৰ স্পষ্ট মনত আছে, সি মিটাৰডাল ঠিক চাৰি কিলোমিটাৰ ৰেঞ্জত এড্‌জাষ্ট কৰি দিছিল। কাৰণ, তেতিয়া ওচৰৰ এয়াৰফিল্ড, ৰেল ষ্টেচন আৰু ফেক্টৰী, কাৰখানাকে আদি কৰি চহৰখনৰ সমগ্ৰ গুৰুত্বপূৰ্ণ অঞ্চলসমূহ সেই ৰেঞ্জৰ ভিতৰত থাকি যাব। আৰু এইবোৰ লৈয়ে অবিনাশৰ সমস্ত কল্পনা-পৰিকল্পনা। কত যে কিমান কাৰচাজি, কিমান ষড়যন্ত্ৰ। বিশ্ববিদ্যালয় ছাত্ৰাবাসত থকা তাৰ আজি প্ৰায় দুবছৰেই হব। এই দুবছৰ ধৰি সি এইবোৰ কৰি আহিছে গোপনে।

আঃ, কিযে লাগিছে গাটো! থকমককৈ চকুদুটা মেলি অবিনাশে বাহিৰলৈ চাই পঠিয়ালে। বাহিৰত ৰ'দ। বিশ্ববিদ্যালয়ৰ গোটেই চৌহদটো ৰ'দত জিকমিকাই উঠিছে। কেমিষ্ট্ৰি বিল্ডিঙৰ ওপৰেদি ক'লা ক'লা ধোঁৱা ওলাবলৈ ধৰিছে। গেছ জেনেৰেটৰ চলিছে। ৰ'দৰ চিটিকনি অবিনাশৰ কোঠালিতো পৰিছে। মাজে মাজে দুই-এছাটি বতাহ। তাৰ কোঠালিৰ খিৰিকীখন এবাৰ জাপ খাইছে, এবাৰ খুলি গৈছে। খিৰিকীৰ আয়নাৰ পৰা অহা ৰ'দৰ চিকিমিকনি

তাৰ চকুত পৰিছে। একোবাৰ বিৰক্ত হৈ অবিনাশে চকু দুটা মুদি দিছে, কিন্তু লগে লগে খিৰিকীখনৰ পৰা অহা কেৰ্ কেৰ্ শব্দটোৱে তাক আৰু অধিক বিৰক্ত কৰিহে তুলিছে। ইফালে ভক্স প'পুলিৰ হট্টগোল আছেই। কি জানো হৈছে এইভালৰ আজি। একেলগে দেখোন চব বাজিব ধৰিছে। অৰ্থাৎ অবিনাশৰ সমস্ত বৈজ্ঞানিক বুদ্ধি আৰু কৰ্মকুশলতাক আজি সি উপলুঙা কৰিবলৈ ধৰিছে। হব পাৰে, হ'ব পাৰে। কি ঠিক, কিবা লোকেল ডিষ্টাৰ্বেঞ্চও হ'ব পাৰে। ওচৰতে এইটো আছে নহয় ফিজিক্স্ ডিপাৰ্টমেণ্টৰ পাল্চ ট্ৰেঞ্চ-মিটাৰটো। আৰু সেয়া ৰেডিওৰ ট্ৰেঞ্চমিটাৰভাল। হ'ব পাৰে, সেইবাবেও কিবা হ'ব পাৰে।

অবিনাশে বিছনাৰ পৰা উঠিবলৈ যত্ন কৰিলে। ইমান পৰে সি উবুৰি হৈ শুই আছিল। গাটো লৰচৰ কৰিবলৈ বুলি সি প্ৰথমে ভৰি দুখন পোনাই ললে। তাৰ পিছত বুকুৰ মাজত মুঠি মাৰি ধৰি থকা হাত দুখন মেলি দিবলৈ চেষ্টা কৰিলে। কেবল চেষ্টা। এই চেষ্টাৰ যেন শেষ নাই। অবিনাশ হতভম্ব হৈ গ'ল। তাৰ হাত দুখন প্ৰায় নিঃসাৰ হৈ গৈছে। অৱশ্যে, কিয় তেনে হৈছে সেই বিষয়ে অবিনাশে বিশেষ চিন্তা কৰিব নেলাগে। হাজাৰ হওক, ব্লাড চাৰ্কুলেচন সম্বন্ধে তাৰ ধাৰণা প্ৰায় পৰিষ্কাৰ আৰু প্ৰাচীন। যিহেতু ই এক প্ৰকাৰৰ যান্ত্ৰিক বিজুতি, গতিকে তৎক্ষণাৎ অবিনাশৰ মনলৈ বহুত কিবাকিবিৰ ধাৰণা অহা উচিত। যেনে বা উদাহৰণ স্বৰূপে, আকাশবাণী আৰু ইলেকট্ৰিচিটি বোৰ্ডৰ সমস্ত কাণ্ড-কাৰখানা। তাৰ দ্বাৰা যেন অবিনাশৰ অৰ্থাৎ আমাৰ জাতিটোৰ স্নায়ু স্পন্দন দিন-ৰাতি প্ৰচাৰ কৰি থকা হৈছে। অৱশ্যে এইবোৰক অকল যান্ত্ৰিক বুলি কৈ থলে কিবা মোনৰ দামৰ আগত আলেফ্ লগাই দিলে, আধাপোৱাৰ দাম ভতালিকে গিলে তেনেকুৱা লাগে। ঘটনা গুৰুতৰ। অবিনাশে বুজিছে। সঠিক অৱয়বটো ধৰিব নোৱাৰিলেও অৱয়বটোৰ অস্তিত্ব সি অনুভৱ কৰিছে। অনুভৱ কৰি সি ঠিৰাং কৰিছিল, এইবোৰৰ অৱসান ঘটাবই লাগিব।



দৰ্কাৰ হ'লে নাটকৰ একেবাৰে ক্লাইমেক্সলৈকে সি যাব। এই উদ্দেশ্যে, কিছুমান প্ৰাথমিক কাৰ্য্য-প্ৰণালী সি হাতত লৈছিল। যেনে এই ধৰক, এনেকুৱা এটা যন্ত্ৰ বা এনেকুৱা এবিধ যান্ত্ৰিক কায়দা ঠিক মানে আপোনাৰ সোঁ তাহানিৰ অৰ্থাৎ চন তাৰিখ নিৰ্ণয় কৰা টান— তেতিয়াৰে শব্দভেদী বাণৰ দৰে। আজিকালি অৱশ্যে তাক বাণ বুলি কোৱা নহব। কোৱা হ'ব হয়তো মিছাইল বা ৰকেট বা ইত্যাদি ইত্যাদি। ঠিক তেনে এবিধ যন্ত্ৰৰ পৰিকল্পনা অবিনাশৰ মগজুত খেলাইছিল। হোষ্টেলৰ কোঠালিৰ পৰা অবিনাশে ঘটনাৰ গতি নিৰ্ণয় কৰিম বুলি ভাবিছিল। ভাবিছিল, য'ত য'ত দৰ্কাৰ ঠিক তাতে গৈ তাৰ যন্ত্ৰটো পৰিব, এক্সপ্লোড্ কৰিব, তাৰপিছত কি হ'ব সেই কথা পৰিষ্কাৰ। পৰিকল্পনাটো মগজুৰ পৰা কাগজলৈ আহিছিল। অভিনৱ পদ্ধতিত অবিনাশে প্লেনটো বনাইছিল। পিছে কমমেটে তাক জুলুমত পেলালে। চিলঙৰ চাহাবৰ ল'ৰাটো! কেনে-বাকৈ ক'ৰবাত লগাই দিলেগৈ, এই অবিনাশটো মহা ৰেডিকেল আমাৰো মানুহবোৰ যে, বাছত থিয় হবলৈ ঠাই নাই, পগলা গাড়ীয়ে স্কুলীয়া ল'ৰাক ৰাস্তাত বগৰাই থৈ যায়। সেইবোৰ নুশুনে, নেদেখে, নেজানে। কিন্তু সেইবোৰ ল'ৰাই যেতিয়া গণেশগুৰিত গাড়ী এখনত জুই দিয়ে তেতিয়া সিহঁতৰ চেণ্টিমেণ্ট জাগ্ৰত হয়। ছমাহ, বছৰ দিনে, ল'ৰা-ছোৱালীক কণী এটা খুৱাব নোৱাৰাটো একো কথা নহয়, কিন্তু সেইবোৰ ল'ৰা-ছোৱালীয়ে যেতিয়া পৰীক্ষা বৰ্জন কৰিব তেতিয়া সেইটো হৈ পৰে নেশ্যনেল ইচু'। ইফালে বজাৰত চাউল নোহোৱা হ'লে পিকেটিং কৰিব লাগে ল'ৰাবোৰেহে। বাকীবোৰেতো এষ্টাব্লিচমেণ্টৰ নামত টু শব্দটোও উচ্চাৰণ নকৰে।

তেতিয়াৰপৰা অবিনাশৰ ওপৰত কাঢ়া নজৰ। অতএৱ, অবিনাশে বুজি পালে যে গাঁঠিটো জটিল। এই গাঁঠি খুলিবলৈ যোৱাতকৈ তাক পুৰি-চিঙি দিয়াই ভাল। তাৰ পিছত মেৰামতিৰ প্ৰশ্ন আহিব। মেৰামতি কৰিবলৈ যি আগবাঢ়ি আহিব, তাকে

অবিনাশহঁতে বীৰৰ দৰে পূজা কৰিব। অৰ্থাৎ, কাৰ্লাইলৰ হিৰো' ৱৰ্শ্চিপ তেতিয়াহে আৰম্ভ হ'ব।

অৱশ্যে ইয়াৰ মাজতে অবিনাশে ক্লাচ কৰিছে, বাইদেউৰ ক্লাচতো সি সমুখত থকা ভেনিটি বেগটোলৈ চাই চায়েই লেকচাৰ শুনিছে, বেগটোৰ সিফালে আঁৰত কি আছে সেইলৈ সি মুৰ ঘমোৱা নাই, অথবা আয়েশাৰ বগা গলধনটোলৈ চাই সি এবাৰো বিৰক্তি প্ৰকাশ কৰা নাই। অথচ বিপুলহঁতে গোটেই পিৰিয়ডটো আয়েশাৰ গলধনৰ উদ্দেশ্যে নিক্ষেপ কৰা কাগজৰ মিছাইল বনায়েই কটাই দিছে। বিপুলৰ নিচান ঠিক আছে। অব্যৰ্থ।

অবিনাশে প্ৰিভিয়াচত বেয়া নম্বৰ পোৱা নাই। অৱশ্যে ফাৰ্ষ্ট ক্লাচলৈ বহুত দূৰ আছে। সেইলৈ তাৰ আপচোচ নাই। কাৰণ, সিহঁতৰ ডিপাৰ্টমেণ্টত ল'ৰাক ফাৰ্ষ্ট ক্লাচ দিয়ে, নেপায়। অবিনাশে প্ৰেক্‌টিকেল্‌ত বেয়া নম্বৰ পাইছে। প্ৰেক্‌টিকেল্‌ত ভাল নম্বৰ পোৱাৰ কায়দাটো মনীষাই তাক কৈছিল। অৱশ্যে মনীষাহঁতৰ বহুত সুবিধাও আছে। মনীষাহঁতৰ সুবিধাবোৰ অবিনাশহঁতৰ বাবে অসুবিধা।

ইয়াৰ পিছৰ পৰাই অবিনাশৰ মগজুত অন্য চিন্তাই বাহ ল'লে। চে গুৱেভাৰাৰ ডায়েৰীৰপৰা আৰম্ভ কৰি মাও-চে-টুঙৰ সমস্ত কাৰ্য্যাৱলীলৈকে এই আটাইবোৰৰ অধ্যয়নত সি মনপুতি লাগি গ'ল। একোবাৰ উত্তেজনাত সি শিহৰি উঠিল। ভাৰতৰ এখন বিখ্যাত চহৰৰ এটা গোপন বাহিনীৰ লৈতে তাৰ গোপন যোগাযোগ আৰম্ভ হ'ল। 'ভক্স পপুলি'ৰ পৰিকল্পনাও তাৰে পৰাই আহিল। কিন্তু, তাক কাৰ্য্যত পৰিণত কৰিবলৈ অবিনাশৰ বৈজ্ঞানিক চিত্ত-বৃত্তিক নিয়োজিত কৰা হ'ল। প্ৰাণপাত পৰিশ্ৰমৰ অন্তত, অবিনাশে গোপনে 'ভক্স পপুলি' সাজি উলিয়ালে। ৰুমমেটৰ আগত কোৱা হ'ল এটা সাধাৰণ ট্ৰেঞ্জিষ্টৰ সি বনালে। গান-তান শুনিব লাগে। কেতিয়াবা নিউজ। কেতিয়াবা ভিউজ। ৰুমমেটে বেয়া নেপালে। অবিনাশে ভাল পালে।



'ভক্স পপুলি'ৰ কৌশলৰ কথাটো কমাৰ্চিয়েল চিক্ৰেট। সেই সম্পৰ্কে অবিনাশ নীৰৱ থকাই ভাল। কিন্তু যন্ত্ৰটোৱে আচৰিত কাম দিছে। কোনো ট্ৰেঞ্চমিটাৰৰ দকাৰ নাই। বায়ুমণ্ডলত উটি ভাঁহি ফুৰা শব্দ আৰু কণ্ঠস্বৰবোৰৰ ইয়াত বিচিভ কৰা হয়। বিচিভ কৰি কেনেদৰে ৰিপ্ৰডিউচ কৰা হয়, সিও এটা চিক্ৰেট। এইবোৰ অট'মেটিক ৰেকৰ্ডিং চিষ্টেমত ধৰি ৰখা হয়। তাৰ পিছত ইন্‌ফাৰেন্স।

এইবোৰ তেওঁলোকক লাগে। অৰ্থাৎ কাৰখানা ফেক্টৰীৰ কাৰুকাৰ্য্য, এয়াৰ ফিল্ড, ষ্টেচন, ইউনিভাৰ্ছিটি এইবোৰৰ যাৱতীয় খবৰ তেওঁলোকক লাগে। তাৰ পিছৰ কাৰ্য্য-পন্থা তেওঁলোকে ঠিক কৰিব। অৱশ্যে সেই কামত অবিনাশেই হ'ব লাগিব তেওঁলোকৰ সোঁহাত।

যথাসম্ভৱ অবিনাশে সহায় আগবঢ়াইছে।

অবিনাশৰ হাত দুখন এতিয়াও নিঃসাৰ হৈ আছে। আগে-পিছেও এনেকুৱা হয়। কাতি হৈ শুই থাকিলে এখন হাত কেতিয়াবা এনেকুৱা হয়। তেতিয়া ইখন হাতেৰে সি সিখন হাত পোনাই দিয়ে। জিম্ জিম্ শব্দ তুলি তেজবোৰ দৌৰি আহিবলৈ ধৰে। তেজৰ শব্দটো সি একান্ত মনে কাণপাতি শুনে। শুনিবলৈ ভাল পায়। যিদৰে প্ৰাইমাৰী স্কুলত পঢ়োতে ৰাষ্টাৰ দাঁতিৰ টেলিগ্ৰাফ পোষ্টৰ গাত শিলগুটি মাৰি দি তাৰ জিম্ জিম্ শব্দটো শুনিবলৈ সি ভাল পাইছিল। তেজৰ দৌৰাদৌৰি শাম কটাৰ পিছত হাতখন আগৰদৰে তাৰ অধীনলৈ আহে।

বহু কষ্ট কৰি, হাত দুখনৰ সহায় নোলোৱাকৈ, তেজ আহিল। সি হাত দুখন মেলি দিলে।

'ভক্স পপুলি'ৰ হট্টগোল শেষ হোৱা নাই।

অবিনাশৰ মনত হৰিণা আৰু ব্ৰহ্মচাৰীৰ স্বপ্নই ক্ৰিয়া কৰিবলৈ ধৰিছে। সি অনুমান কৰিলে হোষ্টেলৰ বাৰান্দাৰে কোনোবা এজন

পাব হৈ গ'ল। লগে লগে চেণ্ডেলৰ চটপ্‌ চটপ্‌ আৰু মুখত গানৰ গুণ্-গুণ্‌নি। ক্ৰমেট গুৱাহাটীলৈ গ'ল। লগত পইচা আৰু আয়েশা। বা, আয়েশা আৰু পইচা।

কোনোমতে হাতখন টেবুলত থৈ অবিনাশে 'ভক্স পপুলি'ৰ মিটাৰ-ডাল এড্‌জাষ্ট কৰিবলৈ যত্ন কৰিলে। সি ঠিক কৰি আনিছিল কিন্তু হঠাৎ তাৰ হাতখন পিচলি গ'ল। আকৌ ডিছ্‌প্লেচড্‌। আকৌ হুলস্থুল। এইবাৰৰ হুলস্থুলৰ প্ৰকৃতি বেলেগ। অবিনাশে কাণপাতি শুনিলে।

জ্যামিতিৰ বাকচৰ কেৰ্‌ কেৰ্‌ শব্দটোৰ অন্তত ভণ্টীৰ ঠেন্-ঠেননি আৰম্ভ হৈছে। গুচি বাইদেৱে কাপোৰত চাবোন মাৰি চকুলো টুকিছে। ভণ্টীৰ ওজৰ—তাইৰ লগৰ আটাইকেজনীয়ে যেনেকুৱা কাপোৰ ঘৰত বন-বাৰী কৰোতে পিন্ধে তেনেকুৱা কাপোৰ তাই স্কুললৈ পিন্ধি যাব লাগে। সিও এক্সোৰহে। স্কুললৈ নতুন নতুন চাৰ আহিছে; ঠিক চাৰ নহয় যেন হাতে হাতে কেমেৰা লৈ ঘূৰি ফুৰা চিনেমাৰ মানুহ কেইটামানহে আহিছে। সিহঁতৰ আগত ওলাবলৈকে ভণ্টীৰ লাজ লাগে। বাইদেউৰ কান্দোনৰ হেতু ব্যক্ত নকৰাই ভাল। কাৰণ, তাৰ লগত অবিনাশৰ পৰিয়ালৰ ঐতিহ্যৰ ময়ূৰধ্বজটো গাঁথি থোৱা আছে। সৰু ককাইদেৱে ঠিকাত প্ৰায় তিনি হেজাৰ লোকচান ভৰিছে। মেজাজ খাৰাপ। কথাই কথাই গালি গালাজ; চেঞ্চৰে অনুমোদন নকৰা অবাইচ মাত। বৰ ককাইদেউ অফিচলৈ যাব। গতিকে গামোচা লাগে, ঘটি লাগে, কোনোৱা এটাই পাৰে যদি কুঁৱাৰ পৰা দুই বাল্টি পানী টানি দিব লাগে, তাৰ পিছত আৰ্চি-ফণি ক'ত থাকে তাৰ কি পাত্তা। নতুন অফিচাৰ আহিছে। অৰ্থাৎ টাইম টেবুল চিজিলত ৰাখিব লাগে। নহলে চাকৰি খতম। বুজা যায়, এই সকলোবোৰ নবৌক উদ্দেশ্য কৰি ঘোষণা কৰা হৈছে। ইফালে নবৌৱে মৰিছে চিঞৰি। টুটু-মিতু-মিনিক স্কুললৈ পঠাব লাগে। সৰস্বতী পূজা যাবৰেই তিনিমাহ



হ'ল, স্কুলমুৱা হোৱাতো নাই সিহঁতে! কলা চশমালৈ টুটুৰ ভয়। ডাক্তৰৰ বগা গাড়ীৰ ৰঙা চিনটোলৈ মিনিৰ একো ভয় নাই। তথাপি তাই স্কুললৈ নেযায়। নেযায় বুলিছে নেযায়। খালি কান্দোন আৰু কান্দোন। মাৰ কণা-মাকৰি সৰিবৰ উপক্ৰম হৈছে। এই সোপা নেথাকিলেও ঘৰটো সুদা সুদা লাগে; থাকিব লাগিলেও খাই মাৰে। দেউতাৰ লগত মাৰ যুক্তি হৈছে গয়া-বৃন্দাবনলৈ যাব। টালি-টোপোলা বান্ধিছেই; পাণ্ডাটো আহি পোৱা নাই বাবে ৰৈ আছে। পাণ্ডা আহিব; গুচি যাব। যাঃ, সংসাৰৰ ভোগে আটিছে আৰু।

···ইস ৰাম ৰাম, কি হ'ল, কি হ'ল! একদম জ্বলি গ'লযেন পাইছোঁ। ক'ত যে ৰেঞ্জ পৰিছে। অথচ, মইতো একেবাৰে ফিক্স কৰি থৈছিলোঁ ফ'ৰ কিলোমিটাৰৰ মাজত। চট চাৰ্কিট হৈছে নেকি? হ্যাঁ? নাই নাই, সেইবোৰ একো হোৱা নাই; চৰ ঠিক আছে। খালি মিটাৰটো শ্লিপ কৰিছে। কৰি একেবাৰে গোটেইখন ওলট-পালট। অটোমেটিক ৰেকৰ্ডাৰৰ গ্ৰাফত ইঃ ইঃ, একেবাৰে জিৰোৰ কাষত পিক্‌ ওলাইছে। ইমান ঘন ঘন ফ্লাক্‌চুৱেশ্যন্‌ হৈছে। অবিনাশে ভোৰ ভোৰালে।

তাৰাতাৰি সি মিটাৰটো এড্‌জাষ্ট কৰি দিলে। ডিষ্টাৰবেঞ্চ তথাপি হৈছে। বোধকৰোঁ আৰু ফাইন এড্‌জাষ্টমেণ্ট লাগে। কিন্তু সচ্চাহতে সেইটো সি কৰা নাই। কৰা নাই কিয়? হুঃ? কিয় কৰা নাই? কেৱল আনি দিম, খাবি—এইহে তহঁতৰ স্বভাৱ। বুজা গ'ল বৰ ককাইদেউৰ পিত্ত জলি গৈছে।

যাঃ, এইবোৰ ঝঞ্ঝাট ৰাখি কি লাভ? বন্ধ কৰি দিয়াই ভাল। গতিকে চুইচ্‌টো অফ্‌ কৰি অবিনাশ আকৌ নিঃসাৰ হৈ পৰি থাকিল।

●